অসমৰ সাম্প্ৰতিক কালৰ পটভূমিত অসম সাহিত্য সভাৰ
দ্বাৰা আয়োজিত উপন্যাস পাণ্ডুলিপি প্ৰতিযোগিতাত
দ্বিতীয় পুৰস্কাৰ প্ৰাপ্ত উপন্যাস

# সহোদৰ



গুণসাগৰ দিহিঙ্গীয়া







বাণী মন্দিৰ
নতুন বজাৰ : ডিব্ৰুগড়

**SAHUDAR** by Gunasagar Dihingeeia : an Assamese novel woned 2nd Prize from Assam Sahitya [Sabha of their novel manuscript competition held on 1980-81 session and Published by Surjya Hazarika B Com of M/s. Bani Mandir, New Market, Dibrugarh, Pin 786001, Assam, on May 1981 Price Rupees Nine only

---

প্ৰকাশক :
সূৰ্য্য হাজৰিকা
বাণী মন্দিৰ
নতুন বজাৰ, ডিব্ৰুগড়
পিন . ৭৮৬০০১, অসম

প্ৰথম প্ৰকাশ :
১৮, বহাগ, ৫৩২ শকবাব্দ
ইং মে, ১৯৮১

বেটুপাত আৰু অঙ্গসজ্জা :
চম্পক বৰবৰা

মূল্য : ন টকা মাত্ৰ

মুদ্ৰক :
লালমোহন দত্ত
উষা প্ৰেছ
কলিকতা-৯

## ॥ অসম সাহিত্য সভাৰ একাষাৰ ॥

অসম ১৯৭৯ চনৰপৰা থৌকি-বাথৌ। ভাৰতৰ বহল পটভূমিত অসম এখন ক্ষুদ্ৰ ৰাজ্য, অসমীয়া এটা ক্ষুদ্ৰ জাতিসত্তা। ভাৰতৰ স্বাধীনতা আন্দোলনলৈ অসমৰ বৰঙণিও কম নহয়, কিন্তু স্বাধীনতাৰ পিছত অসমে সদায় বঞ্চিতৰ দুখ অনুভৱ কৰি আহিবলগীয়া হৈছে। আনহাতে এই সময়ছোৱাত হোৱা দ্ৰুত সামাজিক পৰিৱৰ্তনে পুৰণি মূল্যবোধ আঁতৰাই অনেক ক্ষেত্ৰত নতুন মূল্যবোধৰ প্ৰতিষ্ঠাৰ বাবেও বাট কাটিছে। শেহৰ ফালে এটা স্বাভাৱিক ভীতিৰ সঞ্চাৰ হৈছে—এই ক্ষুদ্ৰ জাতিসত্তা অবাঞ্ছিত প্ৰব্ৰজনৰ ফলত নিজৰ ৰাজ্যতে সংখ্যালঘুত পৰিণত হোৱাৰ। ১৯৭৯ চনৰ শেষৰ-পৰা সমগ্ৰ ৰাজ্য জুৰি বিদেশী নাগৰিকৰ সমস্যাৰ সমাধান বিচাৰি অসমে কৰা আন্দোলন মূলত আত্মৰক্ষাৰ বাবে কৰা আন্দোলন। ইয়াৰ মাজেদি আমাৰ জাতীয় সামাজিক জীৱনৰ বিভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ আত্মপ্ৰকাশো মন কৰিবলগীয়া কথা।

অসমৰ এই পটভূমিত লিখা উপন্যাসৰ এটি প্ৰতিযোগিতাৰ প্ৰস্তাৱ দি ডিব্ৰুগড়ৰ 'বাণী মন্দিৰে' শ্ৰেষ্ঠ প্ৰতিযোগীক পুৰস্কৃত কৰিবলৈ ৫০০.০০ ( পাঁচশ ) টকা সভালৈ আগবঢ়োৱাৰ আগ্ৰহো প্ৰকাশ কৰে। তদুপৰি প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান পোৱা পাণ্ডুলিপি কেইটি প্ৰকাশৰ দায়িত্বও লবলৈ আগবাঢ়ি আহে।

অসম সাহিত্য সভাৰ কাৰ্য নিৰ্বাহক সমিতিয়ে অনুভৱ কৰে যে, এই পটভূমিত যদি উপন্যাস-কলাৰ ফালৰপৰাও প্ৰশংসাযোগ্য ৰচনা লিখিত হয়, সি কেইবাটাও ফালৰপৰা বৈশিষ্ট্যপূৰ্ণ হব পাৰে। প্ৰথমতে—অসমত হোৱা জন-জাগৰণৰ ঐতিহাসিক পটভূমি ধৰি ৰাখিব, দ্বিতীয়তে—সমকালীন মানুহক দৃষ্টিভংগীৰ

ভিন্নতা আৰু তৃতীয়তে—অসমৰ-মানুহক ভাৰতীয় হৈও অসমীয়া হিচাপে জীয়াই থকাৰ প্ৰেৰণা দান কৰিব পাৰে।

সভাৰ ফালৰপৰা উপন্যাসৰ পাণ্ডুলিপি আহ্বান কৰা হয় আৰু মুঠ ৫৪টি ( চৌৱন্নটি ) পাণ্ডুলিপি পোৱা হয়। এই উৎসাহ বেছ উৎসাহজনক। পাণ্ডুলিপিসমূহ দুটা স্তৰত পৰীক্ষা কৰোৱা হয় আৰু পৰীক্ষকসকলৰ অভিমত অনুসৰি তলত দিয়াৰ দৰে স্থান নিৰ্ণয় কৰা হয়

১ম স্থান অবিৰত যাত্ৰা—ৰীতা চৌধুৰী।

২য় স্থান সহোদৰ ( এনাজৰী )—গুণসাগৰ দিহিঙ্গীয়া।

৩য় স্থান হে স্বৰ্গ বিদায়—প্ৰভাত গোস্বামী।

সৰহ সংখ্যক উপন্যাসেই আন্দোলনৰ বুৰঞ্জীৰ দৰে হোৱাত উপন্যাস কলা ব্যাহত হৈছে। তথাপিও প্ৰতি গৰাকীৰ আন্তৰিক প্ৰচেষ্টা নিশ্চয় প্ৰশংসনীয়।

স্থানলাভ কৰা উপন্যাস কেইখনিকো অধিক উন্নত আৰু সুন্দৰ কৰাৰ থল আছে। আমি আশা কৰিছোঁ—এই সকল লেখক লেখিকাই নিজৰ হাতৰ কাপক অধিক শক্তিশালী আৰু দক্ষ কৰি তুলিবলৈ সমৰ্থ হব। আমি লেখক-লেখিকা কেইগৰাকীক অভিনন্দন জনাইছো আৰু পুৰস্কাৰ আগবঢ়াই গ্ৰন্থকেইখনি প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে ডিব্ৰুগড়ৰ বাণী মন্দিৰ লৈ শুভেচ্ছা-জ্ঞাপন কৰিছো।

১বহাগ/১৪ এপ্ৰিল, ১৯৮১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## ॥ প্ৰকাশকৰ একাষাৰ ॥

**অসমৰ সাম্প্ৰতিক কাল :: ১৯৭৯—৮০ চনৰ ইতিহাস :**

এই দুয়োটা বছৰত অশান্ত অসমৰ প্ৰায় প্ৰতিটো দিন, প্ৰতিটো ক্ষণৰ ওপৰত কেৱল অসমবাসীৰয়েই নহয়, সমগ্ৰ ভাৰতবাসী তথা সমগ্ৰ পৃথিৱীবাসীৰেই দৃষ্টি অনুসন্ধিৎসুক। এই ঐতিহাসিক তাৎপৰ্য্যপূৰ্ণ বছৰ দুটিত ঘটা ঘটনাৰাজিৰ ইতিহাস সংৰক্ষণ কৰাৰ মানসেৰে এই কালছোৱাৰ সমগ্ৰ ঘটনা-বিৱৰণ সামৰি এখন উপন্যাস প্ৰতিযোগিতা পাতিবলৈ সিদ্ধান্ত লৈ সেই প্ৰস্তাৱ আমি অসম সাহিত্য সভাৰ আগত ব্যক্ত কৰিছিলোঁ। উক্ত প্ৰতিযোগিতাত নিৰ্বাচিত হোৱা প্ৰথম তিনিখন উপন্যাসৰ পাণ্ডুলিপি প্ৰকাশ কৰি উলিয়াবলৈও আমি প্ৰতিশ্ৰুতিবদ্ধ হৈ দায়িত্ব গ্ৰহণ কৰিছিলোঁ। আমাৰ এই প্ৰস্তাৱৰ প্ৰতি সঁহাৰি জনাই অসম সাহিত্য সভাই অতি আন্তৰিকতাৰে উক্ত বিষয়বস্তুৰ ওপৰত এখন উপন্যাস প্ৰতিযোগিতাৰ আহ্বান জনালে।

অসমৰ বিভিন্ন প্ৰান্তৰৰ পৰা পোৱা ৫৪ খন পাণ্ডুলিপিৰ ভিতৰত; বীতা চৌধুৰীৰ—'অবিৰত যাত্ৰা', গুণসাগৰ দিহিঙ্গীয়াৰ—'সহোদৰ' আৰু প্ৰভাত গোস্বামীৰ—'হে স্বৰ্গ বিদায়' নামৰ পাণ্ডুলিপিক যথাক্ৰমে প্ৰথম, দ্বিতীয়, আৰু তৃতীয় স্থান প্ৰাপ্ত উপন্যাস হিচাপে নিৰ্বাচন কৰি দিয়ে। নিৰ্বাচিত এই তিনিওখন উপন্যাস যথা শীঘ্ৰে প্ৰকাশ কৰি ওলিয়াবলৈ আমি উদ্যত হওঁ। অতি কম সময়ৰ ভিতৰতে এই কাৰ্য্য কৰিবলগীয়া হোৱাত, মুদ্ৰণ কাৰ্য্যত কিছু ভুল বৈ যোৱাটো স্বাভাৱিক। গ্ৰন্থ কেইখন প্ৰকাশনৰ মানদণ্ড উচ্চ কৰিবলৈ আমি চেষ্টাৰ ক্ৰুটি কৰা নাই যদিও ক'ৰবাত যদি ভুল ক্ৰুটি প্ৰকাশিত হৈছে, তাৰ বাবে আমি দুখিত। সদাশয় পাঠকবৃন্দই তেনে কিবা ক্ৰুটি দেখা পালে আমাক জনালে, পৰৱৰ্তী সংস্কৰণত শুদ্ধ কৰিবলৈ আগ্ৰহী হম।

আমাৰ এই প্ৰস্তাৱ অসম সাহিত্য সভাই আন্তৰিকতাৰে গ্ৰহণ কৰি উপন্যাস প্ৰতিযোগিতাখনি পৰিচালনা কৰি পাণ্ডুলিপি নিৰ্বাচন কৰি দিয়াৰ বাবে অসম সাহিত্য সভাৰ প্ৰতি আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো। নিৰ্বাচিত উপন্যাস তিনিওখনৰ লেখক-লেখিকা ত্ৰয়ী তথা প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা সদৌ জনলৈকে আমাৰ আন্তৰিক অভিনন্দন আৰু শলাগ জ্ঞাপন কৰিছোঁ। শেষত আমাৰ এই কাৰ্য্যৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত সকলোলৈকে আমাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

১৮ বহাগ/৫৩২ শঙ্কৰাব্দ
বাণী মন্দিৰ
ডিব্ৰুগড়

ধন্যবাদ

বিনীত
সূৰ্য্যকান্ত হাজৰিকা

## ॥ যি কথা নক'লে নহয় ॥

'ভাৰত এখন ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ' (Secular State)—এই কথাষাৰ সংবিধানত থাকিলেও আৰ্য হিন্দু তথা বৰ্ণ-হিন্দুৰ নিয়ন্ত্ৰণত থকা হিন্দু ধৰ্মীয় সামাজিক বিধানত কিন্তু ধৰ্ম-নিৰপেক্ষতাৰ অনুকূল পৰিবেশ পোৱাটো বৰ দুৰ্লভ বুলি প্ৰতীয়মান হৈছে। ভাৰত হিন্দু-সংখ্যাগৰিষ্ঠ ৰাষ্ট্ৰ, সেই হেতু ভিন্নধৰ্মী সংখ্যালঘুসকলৰ নাগৰিক অধিকাৰবোৰ ৰক্ষণাবেক্ষণ দিবৰ উদ্দেশ্যে আইন প্ৰণয়নো কৰা হৈছে। তৎসত্বেও সাম্প্ৰদায়িক সম্প্ৰীতি তথা শান্তিপূৰ্ণ সহ-অৱস্থানৰ প্ৰক্ৰিয়া ফলৱতী হোৱা নাই কিয়? বিশ্লেষণাত্মক দৃষ্টি সহকাৰে চালে এই কথা ওলাই পৰে যে, যেতিয়ালৈকে হিন্দুসকলৰ ৰক্ষণশীলতাক আৰ্থ-বৈজ্ঞানিকভাৱে পৰিশোধন কৰা নাযায় তেতিয়ালৈকে 'ধৰ্ম-নিৰপেক্ষতা', সংবিধানত থকা এটা তাত্বিক শব্দ হৈয়েই থাকিব।

ৰক্ষণশীলতাৰ অন্য নাম অন্ধানুকৰণপ্ৰিয়তা। ধৰ্মৰ তত্বমূলক দিশ'টা উপেক্ষা কৰি হিন্দু-ধৰ্মটো এটা আচাৰ-প্ৰধান লৌকিক তথা সামাজিক অনুষ্ঠানত পৰিণত হৈ পৰিছে, এই কথা দুই কৰিবৰ উপায় নাই। প্ৰাক্ গীতা যুগৰ যাগ-যজ্ঞ-পূজা-ব্ৰত-তীৰ্থ পিণ্ডদান আদি আচাৰ প্ৰধান ধম পৰিশোধন কৰি পৰৱৰ্তী যুগৰ 'স্বভাৱে লম্পট বিষয়ত অনুৰাগী' মানৱৰ কাৰণে উপযোগীকৈ, কাল নিয়ন্ত্ৰক ভগৱান শ্ৰীকৃষ্ণই গীতাত, যি নিৰ্দেশ দি গৈছে সেই নিৰ্দেশৰ পৰিপন্থী ব্যৱস্থাসমূহৰ প্ৰতি থকা অহেতুক আনুগত্যই (গোড়ামীই) ৰক্ষণশীলতা। চাৰি বেদ, ছৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ আৰু মহাভাৰত ৰচয়িতা মহৰ্ষি ব্যাসদেৱৰ সৰ্বশেষ পৰিসংশোধিত শ্ৰীমদ্ভাগৱতৰ ধৰ্ম-নিৰ্দেশনাতো গীতাতত্বৰ সাদৃশ্যহে

পোৱা যায়। 'একশৰণ, একনাম, সৎসঙ্গ'—এই তিনিয়েই হৈছে গীতা-ভাগৱত ধৰ্মৰ অৱলম্বন।'

উক্ত অৱলম্বন ব্যতিৰেকে, বৰ্ত্তমান আচাৰ-প্ৰধান ধৰ্মৰ কোঁহে কোঁহে বৰ্ণ-বৈষম্য, অস্পৃশ্যতা প্ৰমুখ্যে অ মানৱীয় কু-সংস্কাৰ সমূহ বীজ অঙ্কুৰিত হৈ থকা হেতুকে ধৰ্ম-নিৰপেক্ষতা তথা সাম্প্ৰদায়িক সম্প্ৰীতি স্থাপন কেৱল অসম্ভৱেই নহয়, ই আকাশ কুসুম হৈয়ে ৰ'ব।

হৰিজনসকলক মন্দিৰত প্ৰবেশ কৰিবৰ অধিকাৰ প্ৰদানেই বৰ্ণ-বৈষম্য দূৰীকৰণৰ সোপান নিশ্চয় হব নোৱাৰে। বিগ্ৰহৰ আগত 'ওম্ স্বাহা' আদি বেদমন্ত্ৰ পাঠ কৰি পূজা কৰিব পৰাবো একিয়াৰ হৰিজন-ইতৰো যে আছে, ইয়াক সাব্যস্ত কৰিবলৈ স্বয়ং গান্ধীজীয়েও জানো আন্দোলন কৰিছিল? মহামূৰ্খ হলেও ব্ৰাহ্মণ কুলত জন্ম লোৱা অধিকাৰৰ বলত এজন ব্ৰাহ্মণহে পূজাৰী পুৰুহিত হব পাৰে, আনহাতে নানা শাস্ত্ৰত পাৰ্গত বিদ্বান হলেও এজন হৰিজনৰ সেই অধিকাৰ নাই। তাৰ পোনপটীয়া অৰ্থ এইটোৱেই নহয়নে যে, ব্ৰাহ্মণসকল সবাতোকৈ উচ্চ জাতৰ, বাকীবোৰ যথাক্ৰমে নিম্ন, নিম্নতৰ, নিম্নতম জাতৰ?

ভাগৱত-গীতাত জাত-ভেদ জন্মগত নহয়, গুণগতহে। কুলীন তথা ব্ৰাহ্মণ স্বৰূপ সেইসকলহে যিসকলে ধৰ্মৰ নামত অধৰ্ম সৃষ্টি হোৱা আচাৰ-বিচাৰ এৰি মাত্ৰ ঈশ্বৰকহে ভজে, যথা—'সেহিহে কুলীন বেদক বুজে। যাহাৰ মুখে হৰি নাম সিজে ॥' 'জ্ঞানীতো কৰ্মীতো কৰি তথাপি অধিক। দেৱৰো বন্দনি যিটো ভকতি ৰসিক ॥' জ্ঞান কৰ্ম ভিত্তিক ধৰ্মনো কিয় ত্যাগ কৰা উচিত? এই প্ৰশ্নৰ থাউকতে পোৱা উত্তৰটো হৈছে—'কলিৰ লোকৰ মলিন মতি। অন্য ধৰ্মে আৰ নসাধে গতি ॥ জ্ঞান কৰ্ম সম্পৰ্কীয় নানা উপদেশ শুনি, কোনটো পালনীয় কোনটো বৰ্জনীয় নিৰ্ণয় কৰিবলৈ অপাৰগ হোৱা অৰ্জুনক যদুপতিয়ে, সহজতকৈয়ো সহজ, সংক্ষিপ্তকৈয়ো সংক্ষিপ্ত উপায় দিলে, 'মন্মনা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু ' 'সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ ' বুলি ধৰ্ম ব্যাখ্যা সামৰিছিল। ধীমান, জিতেন্দ্ৰিয়, পণ্ডিত অৰ্জুনৰেই এই অৱস্থা, অল্পমতি মনুষ্যৰ গত্যন্তৰ আছে জানো?

দেশৰ কৰ্ণধাৰ, বিদগ্ধ পণ্ডিত, বৰ বৰ নেতাসকলেও বিচাৰ-বুদ্ধিহীন লোকৰ দৰে, উল্লেখিত ৰক্ষণশীলতাৰ মোহপাশৰপৰা মুক্ত হব পৰা নাই। প্ৰয়াত প্ৰধানমন্ত্ৰী নেহৰুৰ অন্তিম ইচ্ছাপত্ৰৰপৰা সেইটোৱেই ধাৰণা নহয়নে? গঙ্গাজলকে মুখ্য কৰি দেশৰ সমূহ নদ-নদী, তীৰ্থ-ক্ষেত্ৰত 'ছাই ভস্ম' বিসৰ্জন দিলে মৃতকৰ হওক নহওক জীৱিতৰ কিন্তু অপকাৰ হয়। নেহৰু-সঞ্জয়ৰ দৰে সকলো হিন্দুৱে যদি শ-দাহ কৰা ছাই-ভস্ম নদীবোৰত উটুৱাই দিবলৈ লয় তেতিয়া অৱস্থা কি হবগৈ পাৰে ভাবি চাবলগীয়া। নদীৰ পানী খোৱা বাইজৰ আপত্তি উঠিব, আনহাতে কামটোত বাধা দিবও পৰা নহব, যেহেতু নেহৰু-সঞ্জয় একোজন সাধাৰণ নাগৰিকহে আছিল। তেওঁলোকৰ বেলিকা অন্ততকৈ বিশেষ অধিকাৰ সংবিধানে দিয়া নাই। (জৱাহৰলাল-সঞ্জয় হৰিজন হোৱাহলে কি কৰিলেহেঁতেন শাক?)

আনহাতে তীৰ্থক্ষেত্ৰৰ মহিমাক স্বীকাৰ কৰা কাৰ্যই, বৈদিক নীতি-নিয়মৰ ওপৰত ব্ৰাহ্মণ শ্ৰেণীৰেই একচেটিয়া অধিকাৰক স্বীকাৰ কৰি অব্ৰাহ্মণসকলৰ অধিকাৰ অগ্ৰাহ্য কৰাটোকে সূচায়। পোনপটীয়া অৰ্থত ব্ৰাহ্মণ শ্ৰেষ্ঠ জাতি।

ছাই-ভস্ম' নিক্ষেপণ কাৰ্যই 'ধৰ্ম নিৰপেক্ষতা' আদৰ্শৰ ওপৰতো কুঠাৰাঘাত কৰিলে। দেশখনত ভিন্ ভিন ধৰ্মাৱলম্বী যথা—মুছলমান, খ্ৰীষ্টিয়ান আনকি হিন্দুৰ ভিতৰতো ভাগৱতী বৈষ্ণৱ পন্থী (অসমৰ মহাপুৰুষীয়া) সকল আছে। সেই সকলৰ ধৰ্ম-বিশ্বাসক আওকাণ কৰাটো কোন ধৰণৰ ধৰ্ম-নিৰপেক্ষতা? নদীবোৰৰ কোনো নিৰ্দিষ্ট স্থান বিশেষতঃ তীৰ্থস্থানবোৰ আছে বুলিয়েই দেশব্যাপি স্ৰোতস্বিনী নদীবোৰো তীৰ্থবিশ্বাসীসকলৰ নিজস্ব সম্পদ হ'ল নেকি যে, শ' দাহ কৰা ছাই-ভস্ম খুচামতে উটুৱাই দিব পাৰে আৰু সেই ছাই-ভস্ম অপৱিত্ৰ বুলি ভৰা সকলকো ভস্ম-মিশ্ৰিত পানী খাবলৈ বাধ্য কৰিব পাৰে? আমি ভাবো যে, সেই ছাই ভস্মক পৰম পৱিত্ৰ দ্ৰব্য বুলি ভবা সকলে একোচামোচকৈ (বা ভাগত যি পৰে) আনি নিজ নিজ পুখুৰী, নাদ বা নলীনাদত পেলোৱা হলে ছুৱোকুল বাচিলহেঁতেন। 'খোৱা পানী

বুৰ্জিতকৰণ' এটা অপৰাধমূলক কাৰ্য হোৱাৰ উপৰিও ই অনৈতিক ( Immoral ) কাৰ্যও হ'ল।

গান্ধীজীৰ 'অস্পৃশ্যতা বৰ্জন তথা বৰ্ণ-বৈষম্য দূৰীকৰণ' আদৰ্শৰ বৰ্ষ বৰ প্ৰৱক্তাৰ লীলাভূমি স্বৰূপ ৰাজ্যসমূহতেই হৰিজন নিধন যজ্ঞ চলি আছে, অবাধিতভাৱে। হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষও সংঘটিত হয় সেইবোৰ ৰাজ্যতে। নহবই বা কিয়? জাত্যভিমান-পুষ্ট ৰক্ষণশীলতাক প্ৰশ্ৰয় দিলে অস্পৃশ্যতা বৰ্ণ বৈষম্যক এৰাব পাৰে কিদৰে? যা এডোখৰ থাকিলে বিষ-পুঁজ-পানী থকাটোৱেই অতি স্বাভাৱিক কথা। সেয়েহে আমি আচৰিত নহওঁ—হৰিজন জগজ্জীৱন ৰামে স্পৰ্শ কৰাৰ কাৰণে ড সম্পূৰ্ণানন্দৰ ( ব্ৰাহ্মণৰ ) প্ৰতিমূৰ্তিটো 'চুৱা' হ'ল বুলি বৰ্ণ হিন্দু ডেকাহঁতে গঙ্গাজলেৰে ধুই পৱিত্ৰ কৰা কাৰ্যত, অথবা কোনো এজন ব্ৰাহ্মণ মন্ত্ৰীয়ে ( গান্ধীবাদী হলেও ), হীনবৰ্ণজ ( ? ) সকলে ভেঁওঁৰ ভৰিত ধৰি সেৱা কৰিলে পৰিতৃপ্ত হোৱা স্বভাৱ দেখি।

অসমক, অসমীয়াক চিৰকাল হেয়জ্ঞান কৰি অহা, বাহিৰৰ ভাৰতীয় সকলক, গৰ্বেৰে কব পাৰোঁ যে, 'অস্পৃশ্যতা বৰ্জন' বা 'সাম্প্ৰদায়িক সম্প্ৰীতি' স্থাপনৰ কাৰণে অসমীয়াই নতুনকৈ পাট আওঁৰাবৰ দৰকাৰ নাই। গান্ধী জৱাহৰ বিনোৱা-জয়প্ৰকাশৰ দৰে বৰেণ্য ব্যক্তিসকলৰ 'ইজম্' ( ism ) বোৰ আমদানী নকৰিলেও অসমীয়াহঁতৰ চলি গৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ মাধৱৰ মহান মানৱতা বোধ সমৃদ্ধ ধৰ্ম-সংস্কৃতি-ভাৱা কৃষ্টিৰে ধন্য অসমীয়া জাতিৰ কাৰণে সাম্প্ৰদায়িক সম্প্ৰীতি, 'যত জীৱ তত শিৱ'ৰ লেচন পাঁচ-শ বছৰীয়া পুৰণি। বহিৰাগত কোনোবাই তেনে পাঠদাতাৰ ভূমিকা লৈ অসমীয়াক সংস্কৃত কৰিবলৈ আহি দেখিবলৈ পাইছিল, অসমীয়াহঁত ইতিমধ্যে সু-সংস্কৃত। মহাত্মা গান্ধীৰ অসম আগমনৰ বেলিকা সেইটো কথাই প্ৰতীয়মান হৈছিল।

এইটো অনস্বীকাৰ্য যে, অসমীয়া সমাজতো সাম্প্ৰদায়িক ঘৃণা, অস্পৃশ্যতা আদি লেতেৰা নীতি বহুত সোমাল। তথাপি ভাৰতৰ অন্য ৰাজ্যৰ দৰে ইয়াত উৎকট ৰূপ ধাৰণ কৰা নাই। এইবোৰৰ প্ৰৱেশ ঘটিবলৈ পালে বহিৰাগত হিন্দুৰ অপ-সংস্কৃতি কিছুমান অসমীয়াই নিজস্ব

বুলি গ্ৰহণ কৰাৰ কু-ফলৰ হেতু। সুখৰ বিষয়—ইতিমধ্যে সেই ভুল সংশোধন প্ৰৱণতা এটা বাকীকৈয়ে অনুভূত হৈছে বিভিন্ন স্তৰৰ অসমীয়া-সকলৰ মাজত। আশা কৰা হয়—এই অপসংস্কৃতিমুক্ত শুদ্ধ সংস্কৃত অসমীয়া সমাজ গঠনৰ অপৰিহাৰ্যতাৰ কথা সাম্প্ৰতিক 'বিদেশী নাগৰিক বহিষ্কৰণ' আন্দোলনেও আমাক সুঁৱৰাই দিলে।

অসম বিদ্বেষী অনা অসমীয়া দুষ্ট চক্ৰৰ দুৰভিসন্ধিত, লগতে ধন ক্ষমতালোভী পাষণ্ডইঁতৰ কু-চক্ৰান্তত খিলঞ্জীয়া অসমীয়াসকলৰ সাম্প্ৰদায়িক সম্প্ৰীতি বিনষ্ট কৰিবলৈ প্ৰয়াস পোৱা দেখা গৈছে।

খিলঞ্জীয়া হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ নিদৰ্শনৰ স্বৰূপ এটা ৰূপায়িত কৰাৰ প্ৰচেষ্টা লোৱা হৈছে এই গ্ৰন্থত।

গ্ৰন্থত বৰ্ণনা কৰা চৰিত্ৰ বা ঘটনাসমূহত কোনো বিশেষ ব্যক্তি বা ঘটনাৰ সাদৃশ্য থাকিলে, ইয়াক কাকতালীয় সংযোগ বুলি গণ্য কৰিব লাগিব। সমালোচনাবোৰত সাম্প্ৰদায়িক বিদ্বেষ নিবিচাৰিব, ই সংস্কাৰ উদ্দেশ্যধৰ্মী মুকলি প্ৰয়াসহে মাত্ৰ।

গুণসাগৰ দিহিঙ্গীয়া

১০ নৱেম্বৰ/৮০

বদৰে

ওৰফে

বদৰুদ্দিন আহ্‌মদে

ওৰফে

সৰুটি গৰিয়াই,

গুৱাপাণৰ বটাটো আগবঢ়াই দি ভৰিত ধৰি সেৱা কৰিব খোজা হৰেণক থাপ্‌ মাৰি ধৰি বুকুলৈ চপাই ললে। আবেগত সৰুটিৰ চকুৰ পানীৰে বাট নেদেখা হ'ল।

এই আবেগ মধুৰ পুনৰ্মিলনৰ দৃশ্য চাই, উপস্থিত আটাই কেইজনে আনন্দতে কান্দি পেলালে।

* * *

মানুহটোৰ পোচাকী নাম মং বদৰুদ্দিন আহ্‌মদ্‌। ঘৰত মতা নাম সৰুটি। তাৰ এটা ককায়েক আছিল। দহ বছৰ মান বয়সতে ইন্তেকাল হ'ল। শেষত বদৰৰ এই ঘৰত মতা নামটোৱেই বেছি চলন্তি হ'লগৈ।

বৰবাম নামৰ গাঁওখনতেই সৰুটিৰ জন্ম, এতিয়া সি আদহীয়া হৈছেহি। সৰুটিৰ ককা-দেউতাকে আহি এই গাঁৱত প্ৰথমে বসতি কৰিবলৈ ললেহি। তেৱেঁই কই যোৱা কাকিনি তামোল আৰু বুঢ়া আম-কঁঠালৰ গছ কেইজোপাৰপৰা এটা অনুমান কৰি লব পাৰি, সৰুটিৰ ককাৰ ইয়ালৈ অহা কিমান বছৰ হ'ল। সৰুটিৰ মাকে কোৱা মতে, এতিয়া সি ব্যৱহাৰ কৰা কাছপিঠীয়া আহল বহল চোতালখনতে,

ককাকৰ, বিয়াগোম বিয়াগোম কাঠৰ খুটাৰে, ডাঙৰ হুলঘৰটো আছিল।

ৰবৰাম গাঁওখন এমাইল মান দীঘল, ডেৰ-দুই ফার্লং মান বহল, উত্তৰা-দক্ষিণাকৈ থকা বাম ভূমি খণ্ড এটাত অৱস্থিত। এই বামটোৰ উত্তৰে সৰু নৈ এখনৰ লেখিয়া জান এটা বৈ গৈছে—নাম শিঙৰাজান। এই জানটোৱে ৰবৰামক, খেমেছী নামৰ আহল-বহল অঞ্চলটোৰপৰা পৃথক কৰিছে। দক্ষিণে দিখাৰী চাহ বাগিছাৰ অংশ নাহৰণি বাগান। ৰবৰামৰ মাজেদি পুৰণিকলীয়া 'লাওখোৱা আলি'টো শিঙৰাজান পাৰ হৈ খেমেছীত আন এটা পুৰণিকলীয়া, কিছু ডাঙৰ, বৰফুকন আলিত লাগিছেগৈ। এই আলিয়ে ৰবৰামক দুভাগ কৰাত, আলিৰ দুয়োকাষে শৃঙ্খলাবদ্ধভাৱে বসতি কৰিবলৈ সুচল হৈছে। পূব-পশ্চিম দুয়োফালে খেতিৰ উপযোগী পথাৰ। ধান, মাহ, সৰিয়হ, মৰাপাট, কুঁহিয়াৰ, বাঁহ, বেত, খেৰ আদি অত্যাৱশ্যকীয় উৎপন্নজাত সামগ্ৰীৰে ৰবৰাম এখন স্বাৱলম্বী পুৰণি অসমীয়া গাঁও। শিঙৰাজানে ৰবৰমীয়া ৰাইজক সৰু-ডাঙৰ নানা বিধৰ মাছৰ যোগান ধৰি আহিছে।

ৰবৰামৰ আশী নব্বৈটা পৰিয়ালৰ ভিতৰত সৰহ সংখ্যক আহোম সম্প্ৰদায়ৰ লোক। দিহিঙীয়া আৰু গোঁহাই খেলৰ মানুহ কেইবা ঘৰ-কৈ থুপ পাতি থকাৰ কাৰণে গাঁওখনৰ উত্তৰ কোণে, আলিটোৰ পূবে আৰু পশ্চিমে যথাক্ৰমে দিহিঙীয়াচুক আৰু গোঁহাইচুক। কুৰিঘৰ মান মুছলমান পৰিয়াল গাঁওখনৰ মাজভাগতে আছে। বাগানৰ সীমান্তত আলিৰ দুয়োকাষে দহ বাৰ ঘৰমান চাহ-মজদুৰ গোষ্ঠীৰ পৰিয়াল আছে।

জীৱিকাৰ প্ৰধান উপায় খেতি-বাতিকে ধৰি সামাজিক তথা সামূহিক ক্ৰিয়াকলাপবোৰৰ মাজত ভিন্ ভিন গোষ্ঠীৰ স্বকীয় ৰীতি-নীতিসমূহৰ সহজাত পাৰস্পৰিক সমন্বয় ঘটাৰ হেতু, গাঁওবাসীসকলৰ এটাই মাথোন পৰিচয় স্পষ্ট হৈ পৰিছে—এওঁলোক অসমীয়া। পূৰ্বতে এই গাঁৱৰ কৈচা-পন্থী আহোমসকলে কুকুৰা নাখাইছিল বা নাৰাখিছিল। এতিয়া প্ৰায় আটাইয়ে কুকুৰা পুহে আৰু খায়। বুঢ়া

মুছলমান জনদিয়েকৰ বাদে আনবোৰে দীঘল ভাটি ৰাখিবলৈ এৰিলে, লুঙি পিন্ধাটো ডেকা ডঙুৰা আটাইৰে উমৈহতীয়া ঢং হৈ পৰিছে। নামাজৰ বাহিৰে অন্য সময়ত বয়সীয়াল মুছলমানসকলেও ধুতিহে পিন্ধে। এনেকৈ হিন্দু আৰু মুছলমানসকলৰ মাজত থকা বাহ্যিক বৈষম্য প্ৰায় লুপ্ত হৈ গৈছে। ল'ৰা-ছোৱালীবোৰৰ নামকৰণত হিন্দু-মুছলমানৰ স্বকীয় বৈশিষ্ট্য গুচি অসমীয়া হৈ গৈছে।

মুছলমানে নাম ৰাখিছে—মাণিক, শুকুৰা, গেঁঠেলা, ডালিম, কণপাই, কদম, পেটুৱা, বাপুটি, ৰূপহী, বগী, গোলাপী আদি। হিন্দুৱেও ৰাখিছে দিলবৰ, জুবেল, নবাব, জান, চাহজাহান, বুলবুল, আনাৰ আদি।

গাঁওখনৰ প্ৰায় মাজভাগতে আছে নামঘৰটো, তাৰ উত্তৰে আধা ফাৰ্লং মান আঁতৰত আছে মছজিদটো। দুয়োটাই পুৰণি। এই ধৰ্মগৃহ দুটাৰ ৰূপ আজিকালি সলনি হৈছে। ৰাইজৰ দান-বৰঙণিৰ লগতে, প্ৰতিবাৰে ভোটৰ সময়ত এই অনুষ্ঠান দুটাৰ পুঁজিলৈ ধৰ্মপ্ৰাণ (?) প্ৰাৰ্থী, কোনোৱে কোনোৱে দান দি আহিছে। প্ৰাৰ্থীয়ে হয়তো পোনপটীয়াকৈ ভোট নিবিচাৰে, বিচাৰে জয়ী হবলৈ ৰাইজৰ আশীৰ্বাদ। পিছে জয়ী হবলৈ আশীৰ্বাদ দি, যদি ভোট নিদিয়ে, তেন্তে সেইয়া কপটতা নহবনে? এনেকৈয়ে কপটী ৰাজনীতিকসকলে হোজা-সৰল জনসাধাৰণৰ সৰলতাক মূলধন কৰি, নিজ-স্বাৰ্থ পূৰণ কৰি লৈছে। যেই কি নহওক, ৰৰবামৰ নামঘৰটো আৰু মছজিদটোৱে কিন্তু এনেকৈ পোৱা ধনেৰে স্থায়ী ৰূপ লৈছেগৈ।

প্ৰাক্তন চাহ্-মজদুৰ কেইঘৰৰ বেলেগে মন্দিৰ বা থান নাই। দুই ফাৰ্লং মান দূৰত থকা ৰাম লাইনৰ একে গোষ্ঠীৰ ৰাইজৰ লগতেই এওঁলোকেও ধৰ্মানুষ্ঠানত সহযোগ কৰে। নামঘৰৰ পিচ ফাললৈ আছে প্ৰাইমাৰী স্কুলখন। লাওখোৱা আলিৰপৰা নামঘৰলৈ সোমাবলৈ এটা দীঘল বঁকীয়া আছে। দিখাৰী বাগিছাৰ একন সমাজসেৱী অসমীয়া মেনেজাৰৰ বদান্যতাত এই স্কুলখনৰ ঘৰটো পকা হ'ল।

*　　　*　　　*　　　*

হৰেশৰ ( সক মইনাৰ ) মুখত সেই কথাবাৰ শুনি সকটি গৰিয়াৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে সিয়েই মানুহটোক এই কেইদিন খিংখিঙীয়া কৰি তুলিছে, কাৰো সৈতে বেছি কথা নাপাতে। পুৱা-গধূলি আজৰি পৰত আনকালৰ দৰে চুবুৰীয়া ইথৰ-সিথৰলৈ গৈ সুখ দুখৰ খা খবৰ লোৱাটো বাদ দিলে। জুহালৰ কাষত জুপুকা মাৰি বহি থাকোঁতে, সকটিৰ স্মৃতি পটত এটাৰ পাচত এটাকৈ, বিগত জীৱনৰ বহু কথাই ভুমুকি মাৰেহি।

সমনীয়াবোৰৰ কথা মনত পৰে সকটিৰ। এইবোৰৰ লগতেই ৰং-ধেমালি কৰি, হাই কাজিয়া কৰি সি শৈশৱকাল পাৰ কৰিলে, টেঙাবল খেলি, পৰৰ বাৰীৰ আম জাম কুঁহিয়াৰ চুৰ কৰি খাই, মেজি ৰাখিবৰ দিনা বাৰী লুককি, কবি, মূলা সংগ্ৰহ কৰি ভোজ-ভাত খোৱা আদি নানা দুষ্টালিৰে কৈশোৰ পাৰ কৰিলে। কণীযুঁজ, ম'হযুঁজ, ফুটবল খেল, থিয়েটাৰ, গোপী কৃষ্ণৰ পৰকীয়া প্ৰেমৰ দৰে, সফল-ব্যৰ্থ প্ৰয়াসৰ মাজেদি যৌৱন অতিবাহিত কৰি এতিয়া প্ৰৌঢ়াৱস্থাত পৰিছেহি। ক'তা। এইবোৰ কৰোঁতে সকটি বা লগৰীয়া কাৰো মনত কেতিয়াও কোন হিন্দু, কোন মুছলমান এনে কথাই ঠাই নাপাইছিল। আন কি, দুটা বিষয়ত সকটিয়ে খুদাৰ নামত কচম খাব পাৰে— ডেকাইঁতৰ ভিতৰত জাত-ধৰ্ম নিৰ্বিশেষে সি আছিল আটাইৰে মানত সবাতোকৈ জনপ্ৰিয়-বিশ্বাসযোগ্য আৰু গাভৰুহঁতৰ হাতৰ তামোলখনিৰ সোৱাদ লোৱাৰ সুবিধা সিয়েই পাইছিল আটাইতকৈ বেছি। তেতিয়া জানো সি মুছলমান নাছিল? বাকীসকল জানো হিন্দু নাছিল? আছিল, কিন্তু বিষয়টোৰ হিচাব নাৰাখিছিল কোনোৱে। সিহঁতৰ হিচাবত এটাহে মাথোন স্পষ্ট প্ৰকাশ পাইছিল—সিহঁত ৰবৰমীয়া। ৰবৰমীয়াহঁতৰ মাজত আকৌ ভাগ-ভাগ কিহৰ? 'উজালে মাউৰে উজাবা, ভটিয়ালেও মাউৰে ভটিয়াবা'—এয়েই আছিল সিহঁতৰ ধ্যান-ধাৰণা।

সমনীয়া কেইটামানৰ বিষাদৰ স্মৃতিয়ে সকটিক আমনি কৰে। কটিকক বলিয়া কুকুৰে কামুৰি মাৰিলে, গাঁৱলীয়া প্ৰমাণী দৰবেও

তাক বচাব নোৱাৰিলে। মৰিবৰ দুদিন আগৰেপৰা তাৰ বৰ দুখলগা অৱস্থা হৈছিল। খুটা এটাত বান্ধি থোৱা ভাগেই, কুকুৰৰ দৰে ভুকি ভুকি, মুখেৰে ফেন উলিয়াই এটা সময়ত কটিকৰ ভুক্-ভুকনিৰ যতি পৰাৰ লগে লগে শ্বাস-প্ৰশ্বাসও চিৰকাললৈ বন্ধ হৈ গ'ল।

কনটিলা আছিল আন এটা পাহোৱাল ডেকা। পোচাকী নাম কণক দিহিঙ্গীয়া। প্ৰাইমাৰী স্কুলৰ দ্বিতীয় শ্ৰেণীলৈকে পঢ়িছিল। হাটে বাটে আহোঁতে যাওঁতে দেখাদেখি হৈছিল—ফুলমতীৰ লগত। ফুল বা ফুলমতী বাম লাইনৰ 'গিৰ্মিটিয়া' বন্থুৱা। নাহৰণি ডিভিজনত পাত তোলে, কোৰ মাৰে, কলম দিয়ে। মিঠা চানেকীয়া ক'লা বৰণটোৰ বাদে ৰূপহী বুলি ক'লে যি অৰ্থ হয়, সেই অৰ্থত ফুলমতী প্ৰকৃততে ৰূপহী আছিল।

সাধাৰণ চকুচিনাকিৰ পৰা লাজ-শঙ্কা দূৰ হৈ, মুখ-চুপতি, বক্ৰোক্তি, খং-অভিমান, ঠেহ-পেঁচ আদিৰ আখৰা চলিল কনটিলা আৰু ফুলমতীৰ মাজত। কনটিলাৰ সদায় এটা নহয় এটা, চকলিয়ালৈ যাবলগা কাৰণ থাকেই আৰু ফুলমতীৰো কামত গড-হাজিৰ হবৰ কোনো কাৰণ নথকা হ'ল।

চাহপাতৰ টুকুৰি ওজন কৰাবলৈ নিওঁতে ফুলমতী তিৰোতা মানুহৰ শাৰীৰ একেবাৰে শেষত থিয় হয়গৈ। এইদৰে তাই অযথা পলম কৰি ঘৰমুৱা হয়। সেই সময়তে কনটিলাও কিবাকিবি কিনাৰ অজুহাতত চকলিয়াৰ ফালে আহে। আলিবাটত মানুহৰ সমাগম হ্ৰাস হোৱাৰ সুবিধা লৈ সিহঁত দুটা এডোখৰ বিশেষ ঠাইত প্ৰণয়ালাপত নিমগ্ন হয়। এনেকৈয়ে সিহঁতে ইটোৱে সিটোক নেদেখিলে থাকিব নোৱাৰা অৱস্থা হ'লগৈ। ফুলমতী-কনটিলাৰ এই প্ৰণয়ত অৱশ্যে যৌৱনৰ সাধাৰণ কামান্ধতা নাছিল, আছিল পুৰুষ-প্ৰকৃতিৰ আদি-জৈৱীক পবিত্ৰ প্ৰেম, আন্তৰিকতাপূৰ্ণ নিষ্কলুষ হৃদয়ৰ আকৰ্ষণ।

কনটিলাৰ এই গুপ্ত-প্ৰেমৰ বিষয়ে অৱগত হ'ল বৰবামৰ 'শিপচিয়েল' ডেকা 'কাইল'টোৰ দুজনমান। কনটিলা সেইটো 'কাইল'ৰে বিশিষ্ট সদস্য। 'কাইল'টোৰ যুৱকবোৰ সকলো পৰিয়াৰ কামত

পেলোৱা হ'ল বিষয়টো। সি সম্ভাব্য বিপদৰ আশঙ্কা কৰি 'জোৰ পুৰি হাত পোৱাৰ আগতে পাৰিলে কন্‌টিলাক 'কণ্ট্ৰোল' কৰাৰ কথা ভাবিলে। পিচদিনা সকটিয়ে, বাগানৰ কামজাৰি ছুটী হোৱাৰ আধা ঘণ্টামান পাচতে, নাহৰণি তিনি আলিৰ কালে এখোজ-দুখোজকৈ গৈ থাকোঁতে, ভবামতেই কনটিলাক লগ পালে। কুটিল হাস্য কৰি সকটিয়ে সুধিলে।

—এই অসময়তনো ক'ৰপৰা আহিলিগৈ 'ডিয়েৰ'?

—চাহপাত অলপ আনিলোঁগৈ। (সেইদিনা অৱশ্যে কনটিলাই দোকানৰপৰা চাহপাত নিয়াটো সঁচাই আছিল।)

—চাবি আকৌ, চাহপাত তোলা মানুহৰ ৰাগীয়ে ধৰিব লাগিলে কথা বিষম হব। চাহপাতৰ ৰাগী বহা মানুহে চাহপানী খাবলৈ নাপালে হামিয়াই-হিকটিয়াই থাকে, মূৰ টিংটিঙাই কাম-বন কৰিবলৈ উদ্যম নাইকিয়া হয়। কিন্তু ইটো ৰাগীত পৰা মানুহৰ, ৰাগী এৰাটো বাদেই, ৰাগী ধৰি থাকিলেও অৱস্থা বিষম হয়। অনবৰতে গা-খাঁইজাই কৰে, ভোকৰ ভাত পিয়াঁহৰ পানীলৈও সময়ত মনত নপৰে। 'ক'লৈ যাওঁ দয়াল, ক'লৈ যাওঁ কৃপাল'খন লাগে।' তেনেজনৰ কাৰণে দিন ৰাতি, ৰৰবাম-সকবাম, নাহৰণি-বাম লাইন বা চাহনিৰ শিৰিখ গছৰ তল ইত্যাদিবোৰৰ একো ভেদ নাথাকে।

—তই এইবোৰ কি ৰাগী-তাগীৰ কথা বলকিছ, মই হলে ধৰিব পৰা নাই। কি কব খুজিছ পোনপটীয়াকৈ ক।

—শিয়ালৰ সাভোটা বুদ্ধি থকা কন্‌টিলা বুৰ্বক নহয় যে, মই কি কৈছোঁ বুজি পোৱা নাই। ভাওনা এৰি ক, এই কাৰবাৰ এৰিবিনে নাই?

—নেৰোঁ, নোৱাৰোঁ এৰিব।

—ফিৰিঙতিৰপৰাইহে খাণ্ডৱ দাহ হৈছিল। তোৰ এই কামৰ শেষ পৰিণতিৰপৰাই ছুটা সম্প্ৰদায়ৰ মাজত থকা সম্প্ৰীতি নষ্ট হৈ অনেক অঘটন ঘটিব পাৰে। তদুপৰি তোৰো ভৱিষ্যতৰ কথা নাভাবিবি নেকি? ৰাজহুৱা স্বাৰ্থৰ খাতিৰতে তই নিশ্চয় ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰা

উচিত। সামান্য তিৰোতা এজনী, কিয় এৰিব নোৱাৰিবি? ইতিমধ্যে তাইৰ জীৱনটো ধ্বংস হব পৰাকৈ কিবা কৰিছ যদি বেলেগ কথা।

—মই কথা দিছোঁ তাইক, বেইমানী কৰিব নোৱাৰো। তই কোৱাৰ দৰে তাইৰ জীৱন ধ্বংস হব পৰা একো অঘটন ঘটোৱা নাই।

—বেইমানী কৰাটো অতি ঘৃণনীয় কথা। সেইটো কৰিবলৈ ময়ো নকওঁ। পিচে

—পিচে কি? সাম্প্রদায়িক অশান্তিৰ কথা কব খুজিছতো? তইঁতবোৰ মৰিছ নেকি? মোৰ পাচত, সেইটোও যদি চম্ভালিব নোৱাৰহঁক, তেন্তে সকটি গৰিয়া-কনটিলাইঁতৰ 'ফাইল' থকা-নথকা একেই কথা নহ'লনে?

—তোৰ যদি সিদ্ধান্ত সেইটোৱেই তেন্তে নিচিন্ত থাক, পাচৰখিনি আমি চম্ভালিম। পিচে, মই তোক কিদৰে সহায় কৰিব পাৰো, সেইটো ক।

—সময়ত কম নিশ্চয়। সময়ো অৱশ্যে তেনেই চমু চাপি আহিছে।

* * * *

—এই মৰদ, এখন কি কৰবি?

( কন্‌টিলাই এদিন নিজকে 'মৰদ্' বুলি গৰ্ব কৰিছিল। তেতিয়াৰপৰা ফুলে তাক 'মৰদ' বোলে ) ।

—কি হ'ল ফুল? চিধা-চিধি ক। মই বেঁকা-বেঁকি ভাল নাপাও। কি কৰা নকৰাৰ কথা সুধিছ?

—আচ্ছা মৰদ, তোৰ একটা জিনিস খাবাৰ মন হৈছে। জিনিস্‌টা লোচ্‌ৰা মানুষ ভি খাবাৰ চেষ্টা কৰছে। তুই জিনিস্‌টা চাবি দিবিনা? অছে ৰকম জিনিস আৰ বহুত পাবি।

—এইটো হবলা তোৰ চিধা কথা হ'ল?

—তয়েই জবাবটো চিধা দে ত মৰদ!

—নিদিওঁ জবাব, চিধা ক নহলে মাৰ পাবি।

—তবে চিধাই কৈছোঁ, তই অচ্‌মিয়া মাইকী এটা খুজি ল।

মইতো কুলি মাইকী আছো।

কনটিলাই ফুলৰ গালত ঠাঁচ্‌কৈ চৰ এটা মাৰি ক'লে—

—এই কথা নকবলৈ তোক মই কিমান বাৰ কৈছোঁ। খালি একেটা কথাকে কৈ থাক—কুলি। কুলি।

—তুই মোকে মাৰলি মৰদ। কিন্তু এই বাত বলিবলৈ মোকে কেত্‌না কষ্ট পাইছোঁ, তুই কি বুঝবি?

ফুলমতীয়ে উচুপিছিল। কনটিলাই তাইৰ হাত এখন নিজৰ হাতৰ মুঠিৰ মাজত ৰাখি সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। ভাৱাবেগত ফুলমতী ভাঙি পৰি কনটিলাক সুধিলে—

—তুই মোৰ গাত হাত দিলি কেন? মোকে কি তুই কখনো চাৰ বি না?

—নাই চাৰিম। জীৱন থাকে মানে তোক নেৰোঁ। মোৰ হিয়াৰ ফুলনিত ফুলমতী সদায় ফুলি থাকিব লাগিব।

—তবে তই মোৰ আপন মৰদ হলি।

এইবুলি কৈ ফুলমতীয়ে কন্‌টিলাৰ ভৰি চুই সেৱা কৰিলে। কনটিলাই তাইক তুলি ধৰি গাৰ কাষলৈ চপাই আনি আলিঙ্গন কৰিলে। সিহঁতৰ এইয়া প্ৰথম আলিঙ্গন, পৰস্পৰৰ অঙ্গে-অঙ্গে প্ৰথম স্পৰ্শ। কামান্ধতাবৰ্জিত এই ডেকা-গাভৰু হালৰ পৱিত্ৰ গান্ধৰ্ব্য মিলনৰ সাক্ষী হ'ল—মুক্ত আকাশৰ অস্তগামী সূৰ্যদেৱ, পৃথিৱীৰ গছ-লতা। অতীতত এনেকুৱা মিলনত আশীষ বৰষি দেৱগণে পুষ্প বৃষ্টি কৰিছিল।

স্বস্থ হৈ ফুলমতীয়ে তাইৰ আগন্তুক বিপদৰ কথা ক'লে। দুদিনৰ পিচত হেনো এঘৰে কাপোৰ পিন্ধাবলৈ আহিব। এইটো আঙ্‌ঠি-পিন্ধোৱাৰ দৰে বিয়াৰ পকা বন্দৱস্তৰ অনুষ্ঠান। কিবা এটা কৰিবলৈ হলে সিহঁতে সেই ৰাতিয়েই কৰিব লাগিব।

কন্‌টিলা আৰু ফুলমতীয়ে সিদ্ধান্ত কৰিলে—সিহঁত সেই ৰাতিয়েই পলাই যাব। সখ্যে ফুলমতীৰ 'ফুল' অৰ্থাৎ সখীয়েক এজনীৰ ঘৰলৈকে যাব—ধঁৰাহাটলৈ। যোৱা কৰ্মা পূজাত ফুলমতী সিহঁতৰ ঘৰলৈ যাওঁতে সখীয়েকৰ আগত এই কথাটো কৈ আহিছিল। মাক-বাপেকহঁতকো

সৈয়ান কৰাই আছিছিল। ফুলৰ সখীয়েকৰ ঘৰখন ধঁৰাহাট ৰেল-ষ্টেচনৰ সমুখৰ পথাৰখনৰ সিপাৰে থকা গাঁৱখনত আছে। খেতিয়ে-পথাৰে বেচ সম্পত্তিবান মানুহ। কনটিলা থাকিবলৈও একো অসুবিধা নাপাব। সদায়তো নাথাকে।

সাঁজ লাগো লাগো হৈছিলহি। কনটিলাই অকণো সময় নষ্ট নকৰি সকটিক লগ ধৰি তাহাঁতৰ সিদ্ধান্তৰ কথা জনালেগৈ। সকটিয়ে সকলো শুনি হুমুনিয়াহ কাঢ়ি সুধিলে—'বাক ডি য়ৰ, মই কি বিষয়ত সহায় কৰিব লাগে?

—মোক এটা বস্তু লাগিছিল মুগা বা পাটৰ কাপোৰ এজোৰ। আচলতে বস্তুটো ফুলেহে বিচাৰিছে, তাইক অসমীয়া বোৱাৰী হ'বলৈ লাগে। এতিয়ানো থাউকতে পোৱা য'ায় ক'ত?

—মই বাক চেষ্টা কৰি চাওঁ, পাম নিশ্চয়। তোক ক'ত লগ পাম?

—এঘন্টা মানৰ পাচত ইয়াতে লগ পাবি। তই যদি আগতে আহ মোলৈ বৈ থাকিবি। মই যোগাৰ যন্ত্ৰ কৰি ছেগ চাইহে আহিব পাৰিম।

কনটিলা গ'লগৈ। সকটিয়ে মাকক নানা চলাহি কথাৰে ভোলাই, মুগাৰ কাপোৰ এজোৰ সৰকালে। টকা কিন্তু একুৰিতকৈ বেছি সৰকাব নোৱাৰিলে। কাপোৰসাজ মাকে সকটিৰ বিয়ালৈকে বুলি সাঁচি-সামৰি থৈ দিছিল। তেনেকুৱা এজোৰ কাপোৰ সোনকালে বৈ দিব বুলি কথা দিয়াতহে মাকে দিবলৈ মান্তি হৈছিল।

কনটিলাই কাপোৰজোৰ পাই সকটিৰ প্ৰতি অশেষ কৃতজ্ঞতা প্ৰকাশ কৰিলে। আবেগত সি বহুত কথা কব খুজিছিল কিন্তু সকটিয়ে 'এতিয়া সময় নষ্ট নকৰিবি যা' বুলি তাক এৰি সিয়ো চকলিয়াৰ ফালে বেগাই যাব ধৰিলে।

*　　*　　*　　*

নিশা নিতাল-নিস্তব্ধ। দুষ্ট-চোৰ প্ৰকৃতিৰ লোকৰ কাৰণে প্ৰস্তুতিৰ বাবে উপযুক্ত ক্ষণ। ফুলমতী আৰু কনটিলাই অতি সন্তৰ্পণে অথচ কুকুৰ-খোজেৰে অভিযান আৰম্ভ কৰিলে। সিহঁত ঈশ্বৰ বিশ্বাসী।

সিহঁতৰ অন্তৰত দৃঢ় বিশ্বাস আছিল যে সিহঁতে এইয়া পাপ কৰা নাই। লোক-চকুত সিহঁত পাপী হলেও ভগৱানৰ ওচৰত সিহঁতৰ এইটো অপৰাধ নহয় বুলিয়েই প্ৰত্যয় জন্মিছিল। সিহঁতৰ প্ৰেম পবিত্ৰ। সিহঁতে ভ্ৰষ্টাচাৰ-ব্যভিচাৰত প্ৰবৃত্ত হোৱা নাই, পাশৱিক কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰি সিহঁতে পুৰুষত্ব নাৰীত্বৰ অৱমাননা কৰা নাই।

এই বিষয়ত ফুলমতীৰ আত্ম-সংযমৰ ওচৰত কন্‌টিলাইও পৰাজয় স্বীকাৰ কৰিব লগাত পৰিছে। এই সবল হোজা ছোৱালীজনীয়ে উপলব্ধি কৰিব পাৰিছে যে, সিহঁতে যিটো কাম কৰিবলৈ গৈছে, সেইটো বিশেষকৈ কনটিলাৰ জ্ঞাতি সমাজে মানি নলব। তাক ঘৰে-পৰে আটাইয়ে অভিশাপ দিব। এনেক্ষেত্ৰত সিহঁতৰ প্ৰেম যদি সাধাৰণ পাপাচাৰ হয়, তেতিয়া সেই শাওপাতৰ ভাগী হব লাগিব সিহঁত। সেই কাৰণে সিহঁত হালে, মঠ মন্দিৰত বা যেই কোনো এটা সামাজিক প্ৰথাৰে বিবাহ কাৰ্য সমাধা কৰাৰ পাচতহে, স্বামী স্ত্ৰী হিচাবে যুগ্ম জীৱন আৰম্ভ কৰাটো উচিত হ'ব। তেনে কৰিলে ভগৱানৰ কৃপাৰ পৰা সিহঁত বঞ্চিত নহব। এইয়া ফুলমতীৰ যুক্তি।

এইজনী ফুলমতী। শিক্ষা-দীক্ষাহীনা এজনী সাধাৰণতকৈও সাধাৰণ ছোৱালী। অথচ তাইৰ উচ্চ মানসিকতা দেখি কন্‌টিলা পৰম আহ্লাদিত হ'ল। ফুলমতীক তাৰ দেৱী-দেৱী যেন লাগিল। ডেকা বয়সৰ সহজাত, চঞ্চল, উতন্নুৱা কাম-সম্ভোগৰ স্পৃহা প্ৰশমিত হবলৈ বাধ্য হ'ল।

নাহৰণি তিনি আলিৰ উত্তৰ ফালে, যি ঠাইত বাগানৰ বাটটো ৰাষ্ট্ৰীয় পথত লাগিছেগৈ, তালৈকে বুলি সিহঁতে, চাহাবৰ বঙলা পোৱাৰ আগতে মূল বাট এৰি বাগানৰ মাজৰ বাট ধৰিলে। ৰাষ্ট্ৰীয় পথত ওলাবলৈ ত্ৰিশ নলমান থাকোঁতেই, কোনোবাই পিচফালৰপৰা মাত লগালে—'এই ৰহ'—বুলি। কন্‌টিলাই লগে লগেই খাপৰ পৰা মিত্‌ দাখন উলিয়াই ললে আৰু ফুলক আঁৰ কৰি, আগন্তুকৰপৰা সম্ভাব্য আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সাজু হৈ ৰ'ল। আগন্তুকে ওচৰ চাপি ক'লে—"মিত্‌খন খাপত ভৰাই থ। মোকেই কাটিবি নেকি?"

কন্‌টিলাই আন্ধাৰত প্ৰথমে চিনিব পৰা নাছিল। মাত শুনি ধৰিব পাৰি আচৰিত হৈ সুধিলে—"ডিয়েৰ, তই ?" সকটিয়েও চমুকৈ উত্তৰ দিলে—"অঁ, ব'ল, তইঁতক এইকণ আগবঢাই দিবলৈকে আহিলোঁ।" সিইঁত গৈ আলিমূৰলৈ তিনি নলমান থাকোঁতে কন্‌টিলা থমকি বোৱা দেখি সকটিয়ে সুধিলে—"কি হ'ল, বৈ দিলি যে ?" "ৰাজআলিত সৌখন মটৰ গাড়ী নহয়নে ? আন্ধাৰত ৰখাই থৈছে, ভিতৰত মানুহ থাকিব পায়।" কন্‌টিলাই আগবাঢিবলৈ খেঁৰো গেঁৰো কৰি ক'লে। "গাড়ীৰ ভিতৰত মানুহ নাথাকি বাঘ-ভালুক থাকিব লাগে নেকি ? আহ মোৰ পাছে পাছে।" এইবুলি কৈ সকটি মটৰ গাড়ীখনৰ কাষ পালেগৈ। ড্ৰাইভাৰ উছ্‌মাইলৰ ষ্টিয়েৰিংভালত মূৰটো থৈ সিহঁতলৈ অপেক্ষা কৰি থাকোঁতে চিল্‌মিলকৈ টোপনিয়েই আহিছিল। সকটিৰ থাপৰ পাই ধৰমৰাই উঠি, গাড়ী ষ্টাৰ্ট কৰিবলৈ সাজু হ'ল। সকটিয়ে কনটিলাইঁতক মাতিলে—"আহ, তইঁতি বৈ আছ কেলেই ?" সকটিয়ে ফুলমতীৰ হাতৰপৰা মোনাটো আৰু কন্‌টিলাৰ চুট্‌কেচ্‌টো লৈ, বেক্‌ চিটৰ বাকচত তুলি দিলে, কন্‌টিলাইঁতকও চিটত বহুৱাই দৰজা বন্ধ কৰি ইছ্‌মাইলক ক'লে—"ইছ্‌মাইল ভাই, এইটোৱেই মোৰ 'ডিয়েৰ' কন্‌টিলা আৰু এইজনী মোৰ ভনী ফুলমতী। ইহঁতৰ কথা তোক কৈছোঁৱেই।" ইছ্‌মাইলে গাড়ীৰ ভিতৰৰ লাইট জ্বলাই দি পিচলৈ চালে। সকটিয়ে কন্‌টিলাক ক'লে—"ই মোৰ দোচ, ইছ্‌মাইল। তইঁতে একো চিন্তা নকৰিবি। তইঁতৰ কাৰণেই ই ইয়াত বৈ আছে। য'ত যাব লাগে, ই নি থৈ আহিবগৈ।" ইছ্‌মাইলে মাজতে মাত লগালে—"আৰে ইমানসব লেক্‌চাৰ কেলেই ? টেঙ্কি ভৰ্ত্তি তেল আছে। কিহৰ তক্‌লিফ্‌ ?" এই বুলি সি হাতখন আগবঢাই কন্‌টিলাৰ লগত 'হেণ্ড্‌-চেক্' কৰিলে। ফুলমতীয়ে হাতজোৰ কৰি জনোৱা নমস্কাৰ গ্ৰহণ কৰি ক'লে—"এইটো বদৰ গৰিয়া মোৰ দোচ্‌। তুমি বদৰৰ দোচ্‌, আল্‌বৎ মোৰও দোচ্‌। এওঁ মোৰ বহীন্‌, মইয়ো গৰিয়া। কোনোবাই ৰাস্তাত জুলুম কৰিবতো, মজেৰে পিটি লম্বা বনাই দিম।" সকটিয়ে ধম্‌কি দি ক'লে—"তয়ো দীঘল লেক্‌চাৰ দিছ-দে,

লাইট বন্ধ কৰ, জলদি যা।”

ফুলমতীয়ে হাঁচতিবপৰা তামোল উলিয়াই একোখনকৈ প্ৰত্যেককে দিলে। সকটিবপৰা আবেগেৰে বিদায় লৈ কন্‌টিলাইঁত গ'লগৈ।

* * * *

কন্‌টিলাই ফুলমতীক পলুৱাই নিয়া ঘটনাক কেন্দ্ৰ কৰি ৰবৰাম আৰু ৰাম লাইনৰ মানুহৰ মাজত সাম্প্ৰদায়িক অশান্তি হোৱাৰ যি সমস্যাই দেখা দিছিল, তাক এক প্ৰকাৰ সমাধা কৰিব পৰাত সকটি আৰু লগৰ ডেকামখা সফল হ'ল। “মোৰ পাচত যদি কিবা গণ্ডগোল হয়, তঁহতবোৰ মৰিছনেকি?” বুলি কন্‌টিলাই সকটি আৰু ফাইলৰ অন্যান্যবোৰৰ ওপৰত পৰোক্ষভাৱে যি গধুৰ ভাৰ দিছিল, তাক পালন কৰিব পৰাত সকটিৰ অপাৰ আনন্দ লাগিল। সি কন্‌টিলা-ফুলমতীৰ ভু লবলৈ ইছ্‌মাইলৰ ওচৰ পালেগৈ। তাৰপৰা সি গম পালে যে, ফুলমতী আৰু কন্‌টিলা মধ্যে খঁৰাহাট বাগানৰ ওচৰৰে এখন গাঁৱত আছে। ফুলৰ ব্যৱস্থামতেই সিহঁত হাল ফেক্টৰীৰ ওচৰতে গাড়ীৰপৰা নামি ইছ্‌মাইলক বিদায় দিলে। সকটিলৈ কন্‌টিলাই বিশেষ বাৰ্তা পঠাইছে যে, কনটিলাৰ সমাজখনে তাহাত হালক গ্ৰহণ কৰিবনে নাই এই খাটাং খবৰটো সকটিয়ে পিচৰ দেওবাৰে বাজমাই হাটত দিবগৈ লাগে। তাতেই কন্‌টিলাই সকটিৰ কাৰণে অপেক্ষা কাৰ থাকিব।

* * * *

ইছ্‌মাইল ড্ৰাইভাৰে কোৱামতে, কন্‌টিলাই বিচৰা সমাজৰ সিদ্ধান্ত জানিবৰ কাৰণে, সকটি আৰু ফাইলৰ ডেকাহঁতে ৰবৰাম গাঁৱৰ বুঢ়া-মেথাসকলৰ এখন মেল আহ্বান কৰিলে। বুঢ়াসকলৰ পৰামৰ্শ ক্ৰমে, হালখিবাৰী, শুকানপুখুৰী, কেবেকণি আদি গাঁৱৰপৰাও, একে-পন্থী তথা একে গুৰু-ঘৰীয়া, মেধি-সাতোলা জনদিয়েককো মেললৈ মাতিলে।

মেল বহিল। সকটিহঁতৰ কানৰ এজনে কথাৰ পাতনি মেলিলে, সমাজৰপৰা এটা সিদ্ধান্ত লাগে। কন্‌টিলাৰ মাক বাপেকৰ কানৰ-পৰা বেলেগে কৰলৈ নাই, বাইজ, জাতিয়ে যি কয় সেয়েই হব বুলি কৈছে।

আলোচনা চলিল। 'ধানটোৰে প্ৰতি কণটো, মানুহটোৰে প্ৰতি মনটো'—মনবোৰ এক কৰিব নোৱাৰিলে। বুঢ়াসকলে শাস্ত্ৰৰ কথা একো নাজানে। ডেকা ভৰপৰ যুক্তিপূৰ্ণ কথাবোৰ উলাই কৰিব নোৱাৰি 'নানা মুনিৰ নানা মত' বাদ দি, এক মুনিৰ এক মতকে ধৰা হব বুলি ঠিৰাং কৰিলে, অৰ্থাৎ সেই সময়ত নিতাই পুথুৰীৰ ওচৰৰ নাওজানৰ বালিত, তেওঁলোকৰ ডেকা সত্ৰাধিকাৰে বাহৰ পাতি আছিলহি। তেৰাৰ এক মতকে মানি লোৱা হব। সেই মৰ্মে এটা সঁজাতী দল যাবলৈ ওলাল। শ্ৰীচৰণৰ বাণী—বেদৰ বাণী হব।

পিচদিনা সঁজাতী দলটো, কনৃটিলাৰ বাপেকক লগত লৈ, ভাৰে-ভেটিয়ে, গোঁসাই ঈশ্বৰক ভেটিলেগৈ। দিয়ন-থোৱন পৰ্ব সমাপ্ত হোৱাৰ পাচত, মূল আবেদন পেচ্ কৰা হ'ল। কথাষাৰ শুনাৰ লগে-লগেই প্ৰভু ঈশ্বৰে ইচাট্-বিচাট্খন লগাই দিলে। "ঘোৰ কলিকাল, কাটি-মাৰি ম্লেছক কৰিবা বুন্দামাৰ, এইবোৰকে দেখি-শুনি থাকি-বলৈকে মোৰ প্ৰভুৱে ভূ-ভাৰস্তত দানা-পানী যোগাই আমাক ৰাখিছেনে? অ! অ!! মোৰ প্ৰভু দৈৱকী নন্দন দেৱ!" এই বুলি ডেকা অধিকাৰ ধ্যানস্থ হ'ল। ক্ষন্তেক পাচত ধ্যান-ভঙ্গে অমৃত-বাণী বৰ্ষণ হ'ল—"যাৰ পুত্ৰ সৰে ঐত' পুত্ৰৰ কমদোষে পিতৃৰো প্ৰায়শ্চিত্ত আছে। দায় চাই দণ্ড গুৰুঘৰত দিব লাগে, জ্ঞাতিতো ভাঙ্গিব লাগিব ভোজন-তোষণেৰে। পাপী পুত্ৰ ঘৰ চাপকেই বা নাচাপক—ঘৰখনৰ শুদ্ধিকৰণ ব্যৱস্থা বামুণৰ দ্বাৰা কৰাব লাগে। ল'ৰা অকলেহে ঘৰ চাপিব পাৰিব—পা-পৰাচিত্ত হৈ। কন্যাৰ বিষয়ত, শাস্ত্ৰ সিদ্ধান্ত এটা আছে—'নৰকৰ কন্যা উদ্ধাৰিল শুচি' বুলি। পিছে, ভিন্ ভিন্ জাত-কুলৰ মাজত নিবহুনিপানীকৈ চলি থকা সামাজিক শৃঙ্খলা ভঙ্গ কৰাৰ উপদেশ আমাৰ কালৰপৰা দিব পৰা নহব। এনে কু-আদৰ্শই ভৱিষ্যতে সমাজৰ বান্ধ চিঙি পেলাব। ল'ৰা যদি চাপ নাখায়, তাৰ সৈতে লোক সমস্তে সম্পৰ্ক ত্যাগ কৰিব লাগিব।"

পিচদিনা গোঁসাই-ঈশ্বৰৰ ৰায়দানৰ কথা সমাজত বিৰবি কোৱা হ'ল। কথা শুনি সকটিৰ বৰ খং উঠিল। সি লগৰ কেইটাক কোৱাৰ

চলেবে খাইজক শুনালে—"তহঁতে আমাক গৰিয়া বুলি হাঁহ। গৰিয়াৰ ধৰ্মত কিন্তু এনেবোৰ মানুহ ঘিণ কৰা ব্যৱস্থা নাই দেই। এই গোঁসাই-বোৰ তহঁতৰ মানত ঈশ্বৰ। সিহঁতৰ কথাত তহঁতে গৰুৰ গোবৰ খায়। আমি গৰুৰ মঙহ খোৱা কিটাতকৈ তঁহত কিহত ভাল জাতৰ হলি? গোঁসাইয়ে যদি কয়, 'হেৰৌ, তোৰ ল'ৰাটো পানীত পেলাই দে,' দিবিনেকি পেলাই? কনটিলাক এৰিলে কাৰ লোকচান হব, তহঁতৰ-নে গোঁসাইৰ? কনটিলাই যেনিবা ছোৱালীজনী এৰি আহিলেই, পা-পৰাচিত কৰি শুদ্ধ হোৱাৰ পাচত গোঁসাইয়ে তাক জানো ভাত ৰান্ধনি পাতিব? এওঁলোক বৰপাই, দাইটিহঁত দেখান মেখি-সাতোলা—ডাঙৰ ভকত। পাৰিবনে এওঁলোকে নিজহাতে কটা তামোল এখন খুৱাব সেই গোঁসাইক? সিবেলি দেখোন তহঁতৰ আহোম এটাই নাওখন চুলে বুলি, নাৱত থকা গোঁসাইৰ চাউল-পাত্ৰ আদি বস্ত্ৰ সোপাক পানীত পেলাই দিলে—অশুচি হ'ল বুলি। গোঁসাইবোৰ তহতৰ জাতবেইনে পাতবেই, সেইবোৰৰ কথাতে যে তহঁতে কনটিলাক ত্যাগ কৰিবলগা হৈছে? কনটিলাইনো কি সংসাৰত নোহোৱা-নোপজা কামটো কৰিলে? ফুলমতীৰ দৰে ধুনীয়া ছোৱালী তহঁতৰ কেইঘৰত আছে অ'? কনটিলাই যি কৰিছে, দেখ-দেখকৈ কৰিছে লুকাই চুৰকৈ কৰা নাই। তহঁতৰ সত্ৰৰ গোঁসাই-ভকতবোৰে হেনো লুকাই চুৰকৈ বহুত ব্যভিচাৰী কাম কৰে। সেই-বোৰ পাপ নহয় নেকি? বাক যি হ'ল হ'ল। পৰহিলৈ দেওবাৰে মই কনটিলাক এই খবৰটো দিবগৈ লাগিব। কপেন আৰু চেপেটা, তহঁত দুটাও মোৰ লগত ওলাবি। কনটিলাই কি বায় কাঢে তহঁতে নিজ কাণে শুনিবি। মই গৰিয়াই কোৱা কথা কিজানি তহঁতৰ মানুহে বিশ্বাস নকৰেই! পেহা-পেহী, তোমালোকে সেইটো পুতেৰক মৰিলে বুলি ধৰি লব পাৰা।" কথাখিনি কৈয়েই সকটি খণ্ডৰ ভমকত দপ্‌-দপাই গুচি আহিল। তাৰ কথাবোৰ আটায়ে হয়তো উচিত বুলিয়েই ভাবিলে, কিন্তু মুখ খুলি কোনেও একো নক'লে।

*　　*　　*　　*

নির্দিষ্ট দেওবাৰে সকটি, ৰূপেন আৰু চেপেটাই কন্‌টিলাক বাজমাইৰ হাটত লগ কৰিলেগৈ। কন্‌টিলাই সকটিহঁতক খাটাং জবাব দি পুনৰ ক'লে যে, সি গোঁসাই, ৰাইজ বা পৃথিৱীখনে বাদ দিলেও ফুলমতীক নেৰে। তাৰ বিশ্বাস, মানুহে তাক এৰিলেও ঈশ্বৰে নেৰে, কাৰণ সি একো পাপ কৰা নাই। "যা ৰূপেন-চেপেটা, তঁহঁতি গোঁসাইক লৈয়েই থাকগৈ, মই সেইবোৰতকৈ ভাল গোঁসাই পালে বিচাৰি লম। গোবৰ্দ্ধনহঁতৰ বিশ্বাস জন্মিব পৰাকৈ ফুলমতীক মই বিয়া কৰাৰ প্ৰমাণ স্বৰূপে কিবা এটা তোলৈ সোনকালে পঠাই দিম বাৰু 'ডিয়েৰ'।"—এই বুলি সকটিহঁতৰপৰা বিদায় লৈ কনটিলা গ'লগৈ।

সকটিহঁতক এৰি কন্‌টিলা খঁৰাহাটৰ বাট ধৰি গৈ আছিল। বৰ চোকা ৰ'দ, আলিবাটত মানুহ দুনুহ পাবলৈ নাই। এইমাত্ৰ কনটিলাই সকটিহঁতৰপৰা শুনা বিষয়টোকে মনতে ভাঙি পাতি গৈ আছিল। সি বুজিলে যে, কেৱল বৰবামেই নহয় কোনো অসমীয়া সমাজেই ফুলমতী সহ কন্‌টিলাক গ্ৰহণ নকৰে। তাৰ মন সমাজৰ প্ৰতি বিদ্ৰোহী হৈ উঠিল। আশ্ৰয়ৰ কাৰণে যদি নিতান্তই তাক সমাজ এখন লাগে, তেন্তে সি মুছলমান বা খ্ৰীষ্টিয়ান ধৰ্মকে গ্ৰহণ কৰিব। এই কথা প্ৰকাশ কৰোঁতে সকটিয়ে কিন্তু তাক আশ্বাস দি কৈছিল যে, সি অন্য ধৰ্ম লোৱাটো উচিত নহব। ক'ৰবাত এদিন নহয় এদিন তাৰ নিজ ধৰ্মৰে, উদাৰ সমাজ এটাই তাক আৰু ফুলমতীক আশ্ৰয় দিবই। মাত্ৰ ঈশ্বৰত বিশ্বাস ৰাখিব লাগে। সকটি সঁচাই এটা মহৎ মনৰ মানুহ। কনটিলাৰ সকটিলৈ অসীম শ্ৰদ্ধা উপজিল।

এজন মানুহ চাইকেলেৰে কন্‌টিলাৰ কাষেদি পাৰ হৈ গ'ল। তেওঁৰ চাইকেলৰ 'কেৰিয়াৰ' আৰু বগত বজাৰ কৰি নিয়া বস্তু ভৰি আছিল। মানুহজন খঁৰাহাট বাগানৰ মহৰি বুলি কন্‌টিলাই ঠাৱৰ কৰিলে। যোৱা মানুহ গৈছে, তাতে কি। সি আপোন ভাৱত বিভোৰ হৈ গৈ থাকিল। কিছু বেলিৰ মূৰত মূৰ দাঙি চাই কন্‌টিলা

চক্ খাই উঠিল। মানুহজন দেখোন নাই। সি অনুমান কৰিলে, তাৰ কাষেদি পাৰ হৈ যোৱাৰপৰা এইকণ সময়ত মানুহজন খুব বেছি ত্ৰিশ নলমান বাটতকৈ অধিক যাব পৰা কথা নহয়। তদুপৰি আলি বাটটোৰ এইছোৱা পথ প্ৰায় ডেৰ মাইলমান কাঁডটোৰ দৰে পোন। আলিৰ দুয়োকাষে ডাঙৰ নৰ্দমা। দুয়োকালে বাগানৰ কাঁটা তাঁৰৰ বেৰা দিয়া আছে। সোমোৱা বাট এটাও নাই। মানুহজন ক'ত হৰমোহন হ'ল বাৰু? দেও-ভূতেই আছিলনে কি?

আচম্বিতে মনলৈ কিবা এটা ভাব অহাত কনটিলা দৌৰিবলৈ ধৰিলে। দৌৰি গৈ থাকোঁতে ইটো কাষৰপৰা সিটো কাষলৈ এঁকা-বেঁকা গতিৰে যাবলৈ ধৰাঁতে, এঠাইত সি সন্দেহ কৰামতেই মানুহজনক নৰ্দমাত পৰি থকা পালেগৈ। চকা দুটা ওপৰমুৱা হৈ চাইকেলখনে মানুহজনক হেঁচি ধৰি আছিল। পিচ চকাটো তেতিয়াও কিৰ্‌কিৰ্‌কৈ ঘূৰি আছিল। 'চিট'খন তেওঁৰ পিঠিত পৰি পেডেল দুপাট ঠিক নৰ্দমাটোত এনে টানকৈ লাগি ধৰিছিল যে, মানুহজনে লৰচৰ কৰা দূৰৈৰ কথা, মাতকে মাতিব নোৱাৰিছিল। কনটিলাই দেখিলে, তললৈ নামিলে থিয় হবলৈও সুবিধা নাই, গতিকে সি নৰ্দমাটোৰ দুয়োফালে ভৰিদুটা দি ওপৰৰপৰাই চাইকেলখন দাঙিবলৈ চেষ্টা কৰিলে। পেডেল দুপাট মাটিত টানকৈ লাগি ধৰাত কনটিলাই একন্নাবলৈ মৰ-বল দিবলগা হৈছিল। টোপোলা-টাপলিৰে গধুৰ চাইকেলখন, কোনোমতে চিপ্ মাৰি দাঙি, অলপ অলপকৈ আগলৈ নি নি মানুহজনক মুক্ত কৰিলে। তেতিয়া মানুহজন উস্ আস্ কৰি বহিল। কনটিলাই আকৌ এবেঁও-দুবেঁওকৈ পাচলৈ হুইঁকিগৈ তওঁৰ হাতত ধৰি থিয় কৰি দিলে। মানুহজনৰ অন্য ঠাইত জখম হোৱা নাছিল যদিও, আঁঠু এটা বেয়াকৈ থে তেলা খাই উঠিব নোৱাৰা হৈছিল।

কনটিলাই মানুহজনক টানি আঁজুৰি পাৰলৈ তুলি আনিলে। চাইকেলখনৰ কোনো বিজুটি ঘটা নাছিল। মানুহজনক নিবৰ কাৰণে কনটিলাই এটা উজু বুদ্ধি কৰিলে। তেওঁক চিটত বহুৱাই দি 'হেণ্ডেল' পোনাই যাবলৈ কৈ, সি পিচফালৰপৰা চাইকেলখন ঠেলি ঠেলি লৈ

গ'ল। প্ৰথমতে দুখ পোৱা গৌ-ভৰিখন ওলমি পৰাত মানুহজনে বিষত চিঞৰিছিল। কন্‌টিলাই তেতিয়া এটা বুদ্ধি কৰিলে। গৌ-কালৰ পেডেলপাট ওপৰলৈ তুলি তাৰ গামোছাখনৰ এটা মূৰে মানুহজনৰ ভৰিৰ পতাখন বান্ধি আনটো মূৰ চাইকেলৰ ৰেগৰ ফিটা এদালত বান্ধি দিলে। তেনে কৰাত ভৰিখনত আৰাম পালে। প্ৰায় দৌৰি যোৱাৰ দৰে কন্‌টিলাই মানুহজনক ঠেলি নি-নি ঘৰ পোৱালেগৈ।

মানুহজন থঁৰাহাট বাগানৰে 'চেকেণ্ড টি হাউচ্' মহৰি—নাম যদুনাথ শইকীয়া। ডাক্তৰ আহি বেজী দিলে, সেক-পোতকৰ ব্যৱস্থা দিলে। শইকীয়ানীয়ে কন্‌টিলা ক'ৰ, কি কথা, ইত্যাদি সোধ-পোচ কৰিলে। জলপান দিয়া দেখি কন্‌টিলাই ক'লে—"মাহীদেউৰে দেখোন জলপানকে উলিয়ালে। পিচে, মোক খুৱাব খুজিছে যদি বাটিটো সলাই দিয়ক। কাঁহৰটো গুচাই কাঁচ বা চিলভাৰৰ এটাত দিয়ক , তেহে খাব পাৰিম।" শইকীয়ানীয়ে তাৰ কথা শুনি আচৰিত হৈ ক'লে—"হৰ মইনা, খোৱাচোন ইয়াতে। তুমি কিবা বঙালি কঙালি নেকি ? অজাতিৰ নেকি ?"

কন্‌টিলাক মান্তি কৰাব নোৱাৰি অগত্যা বাটিটো সলাই দিবলগা হ'ল। জলপান খাই কন্‌টিলাই কোন টলকত বাটিটো ধুই আনি থলেহি শইকীয়ানীয়ে কবই পৰা নাছিল। তামোল দিবলৈ আহি বাটিটো দেখি অধিক বিস্ময় হ'ল আৰু কনটিলাৰ এনে আচহুৱা আচৰণৰ কাৰণ সুধিলে। সি প্ৰসঙ্গ এৰাই ক'লে, "বাৰু মাহীদেউ, কালিলৈ মই এবাৰ মহাদেউৰ খবৰ কৰি যামহি। তেতিয়াই আপোনাক সকলো কথা কম।" শইকীয়াই মাজতে মাত লগালে— "হেৰা, তুমি বোপাটিৰ ঘৰ ক'ত সুধিব নালাগে। আজি বোপাটি নথকাহলে এতিয়ামানে তুমি কঁপালৰ সেন্দুৰ মুচিব লগাই হ'লহেঁতেন। ঈশ্বৰে এওঁৰ যোগেদি তোমাক কৃপা কৰিলে বুলি বুজিবা। এওঁক দেখোন তুমি এসাজ খুৱাবলৈকে নিমন্ত্ৰণ কৰিব পাৰা।"

—"মইনা দেখোন কাইলৈ আহিবই , নিমন্ত্ৰণ নকৰিলেও ভাত এসাজ নোখোৱামনে ?"

শইকীয়ানী এই বুলি কৈ কনটিলাক ভাত খোৱাকৈ আহিবলৈ খৰিলত সি ক'লে—"মাহীদেউ, ভাত খুউৱাৰ কথা বাদ দিয়ক, মিছাই কিয় কষ্ট কৰে ?"

—"তোমাক আৰু ভাত এসাজ খুউৱাটো কষ্ট হ'লনে ? আমাৰ ঘৰত খাবলৈ বেয়া পোৱা যদি সেইটো বেলেগ কথা।"

—"নহয় মাহীদেউ, কিয় বেয়া পাম ? আপুনিহে দিবলৈ বেয়া পাব , মনত দুখ পাব।"

—"কি কোৱাহে মইনা ? মই আকৌ বেয়া পাম কেলেই ? আলহী সুধি মই কিন্তু বৰ ভাল পাওঁ।"

—"শুনক তেন্তে মাহীদেউ, মই আপোনাৰ চোতালত কলপাতত হে খাম। দিবলৈ বেয়া নাপায়তো ?"

—"উৱা ! চোতালত কিয় খাবা ? ভিতৰতে খাবা।"

—"সেইটোৱেই আচল অসুবিধা। মই জাত-যোৱা মাঁনুহ মাহীদেউ। সেই কাৰণেই কাঁহৰ বাটিত জলপান নাখাদো আৰু বাটিটো ধুই দিলো।"

কনটিলাৰ কথা শুনি শইকীয়া-শইকীয়ানী দুয়ো বিস্ময়ত হতবাক হ'ল। কি কথা, কেনেকৈ জাত গ'ল—এইবোৰ জানিবলৈ বিচৰাত সি সকলো কথা ক'লে—"শুনক মহাদেউ, আজি ৰাজমাইৰ হাটতে, মোৰ নগৰীয়া দুটামানে, গোঁসাইৰ আদেশত মোক গঁঞা-গিয়াতীয়ে সমাজচ্যুত কৰাৰ বাতৰি দিলেহি। এইবোৰকে ভাৱি-গুণি আহি থাকোঁতেই, আপোনাক বিপদত অলপ সহায় কৰিবলৈ সুযোগ পালোঁ। এইটো মোৰেই সৌভাগ্য বুলি ভাবিছোঁ, কাৰণ মোৰ দুখৰ কাহিনী আপোনালোকক কবলৈ পালোঁ। মহাদেৱে মোক এতিয়া কওকচোন, আমাৰ ধৰ্মই মোক বাহিৰ কৰিলে, আন এটা ধৰ্মই, ধৰক মুছলমান বা খ্ৰীষ্টিয়ান, যদি মোক সামৰি লয় তেন্তে তেনে ধৰ্ম লোৱাটো মোৰ পাপ হব নেকি ? মাহীদেউক সেই দেখি মোৰ পৰিচয় দিব নোৱাৰিলোঁ, কাৰণ জাত যোৱা মানুহৰ পৰিচয়ো নাই।" কথা শুনি শইকীয়াই কন্‌টিলাক প্ৰশ্ন কৰি গ'ল, কন্‌টিলায়ো উত্তৰ

দি গ'ল—"বাক মাইনা আন ধর্ম ললে পাপ হবনে নহয় সেইটো পিচকথা। প্ৰথম কথা হ'ল তোমাৰ জাত-ধৰ্ম সঁচাই গ'লনে নাই সেইটো বিচাৰ কৰা যাওক। বাক কোৱাচোন বোপাটি, তোমাৰ জাত-কুল কি? যেনে ধৰা—মই কলিতা, কোনোবা এজন বামুণ, কোনোবা এজন কৈবৰ্ত, চুটীয়া, কছাৰী আদি। সেইদৰে তোমাৰ কি?"

—"মই আহোম সম্প্ৰদায়ৰ মহাদেউ।"

—"বেচ, তোমাৰ ধৰ্ম কি?"

—"হিন্দু ধৰ্ম।"

—"তোমাৰ জাত কুল-ধৰ্ম যি কেইটাৰ কথা কলা, সেই কেইটা আগেয়ে বেলেগ আছিলনেকি?"

—"বেলেগ নাছিল, এই কেইটাই আছিল।"

—"তেন্তে তুমি কিয় কৈছা, তোমাৰ জাত গ'ল বুলি? 'জাত' এনে বস্তু ই কেতিয়াও যাব নোৱাৰে। তুমি বেলেগ ধম লব পাৰা, তেতিয়াও তুমি আহোম হৈয়েই থাকিবা। তুমি আনা ছোৱালী-জনীৰ ধৰ্ম কি? হিন্দু নহয় জানো? সেইফালৰপৰাও তোমাৰ বা তেওঁৰ ধৰ্ম যোৱা নাই। এটা সমাজে তোমাক বহিষ্কাৰ কৰিলেও, এনে উদাৰ সমাজ আছে য'ত তোমাক আদৰি লব। তুমি চিন্তা নকৰিবা, মই ইয়াৰ এটা দিহা কৰি দিম। হিন্দু ধৰ্মৰ আন পন্থাৰ কথা নকওঁ, কিন্তু আমাৰ অসমৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ নীতি আৰু আদৰ্শ অতি মহান, অতি উদাৰ। কালক্ৰমত সত্ৰীয়া গোঁসাই-মহন্ত, ভকতসকলে নামঘৰীয়া সমাজত নানা কু-নীতি অবিচাৰ সোমাবলৈ দি মহাপুৰুষীয়া ধৰ্মৰ আদৰ্শ নষ্ট কৰি পেলোৱাৰ লগতে অসমীয়া সমাজলৈ জাত পাত বিচাৰ, অস্পৃশ্যতা আদি অমানৱীয় কু সংস্কাৰবোৰ আনিলে, ভাই-ভাইৰ সম্প্ৰীতি থান বান্ কৰি পেলালে। সুখৰ কথা, আমাৰ মাজৰে এচাম লোকে, সমাজখনৰ পৰা এই কু-সংস্কাৰবোৰ আঁতৰ কৰি গুৰুজনাৰ আদৰ্শৰ বৃহৎ অসমীয়া জাতি গঠনৰ হকে চেষ্টা চলাইছে।

আমাৰ ৰবঙৈটাতো এনে এটা উদাৰ সমাজ আছে। তোমালোক দুয়োকে এই সমাজে গ্ৰহণ কৰিব। তোমাৰ উপাৰ্জনৰ পথ এটাও যোগাৰ কৰিব পৰা হব। এতিয়া তুমি ইটো-সিটো কৰিব নালাগে। কাইলৈ বোৱাৰীজনীক লৈ আহি মোৰ ইয়াতে থাকাহি। মই নিজে তোমালোকক আমাৰ তালৈ লৈ যাম।”

কন্‌টিলাই শইকীয়াৰ কথাখিনি একান্ত মনে শুনি আছিল। সি তেখেতক অগতিৰ গতি দিওঁতা দেৱতা জ্ঞান কৰিলে। সি যে ফুলমতীক এৰি দিয়া নাই, ৰীতিগতভাৱে পত্নীৰূপে গ্ৰহণ কৰিছে, এইটোৰ এটা প্ৰমাণ দিবলগা সমস্যাটোৰ কথাও শইকীয়াক ক'লে। শইকীয়াই সেই সম্পৰ্কে কিবা এটা ব্যৱস্থা কৰিবলৈও গাত ললে।

*    *    *    *    *

সকটি গঁৱিয়াই ৰাইমাইৰ হাটত কনটিলাক লগ কৰাৰ দহদিনমানৰ পাচত 'ৰেজিষ্টাৰ' ডাকত এখন চিঠি পালে, কনটিলাই পঠাইছিল। চিঠিৰ লগতে এখন ফটো আছিল। কন্‌টিলা আৰু ফুলমতী দুয়ো একেলগে বহি আছে। দুয়োৰে ডিঙিত দুধাৰ ফুলৰ মালা। কনটিলাৰ বাওঁহাত আৰু ফুলৰ সোঁহাত—ধৰাধৰিকৈ আছে। ফুলবচা মেখেলা চাদৰ পিন্ধি ওৰণি লৈ থকা ফুলমতীক বৰ মোহনীয়া দেখা গৈছিল। ফটো দেখিলেই সহজেই ধৰিব পাৰি যে, এইহাল স্বামী-স্ত্ৰী। কনটিলা-ফুলৰ বিয়াৰ প্ৰমাণ স্বৰূপে ফটোখন গোবৰ্দ্ধনক দিবলৈ কন্‌টিলাই সকটিলৈ লিখিছে। শিৱসাগৰ ডাকঘৰৰ ছাব-মোহৰ থকা খামটোৰপৰা কনটিলাৰ শুকীয়া ঠিকনা জনা নগ'ল। ফটোখন গোবৰ্দ্ধনক দিয়াৰ আগতে সকটিয়ে ৰৰবামৰ আটাইকে দেখুৱালে। (কোৱা বাহুল্য—পাটৰ কাপোৰ সাজ শইকীয়ানীয়ে ফুলক উপহাৰ দিছিল আৰু এনেদৰে ফটো পঠিওৱা বুদ্ধিটো শইকীয়াৰে আছিল)।

এইয়া কমেও কুৰি বছৰৰ আগৰ কথা। কন্‌টিলা-ফুলমতী ক'লৈ গ'ল, আছেনে মৰিলে, সকটিয়ে একো ভু নাপাইছিল। সিদিনা কন্‌টিলাৰ পুতেক দেৱকুমাৰৰপৰাহে জানিব পাৰিলে যে, কন্‌টিলা-ফুলমতীয়ে এখন ভাল সমাজত ঠাই পালে। এতিয়া ধনে-ধানে,

মানে-মহে, তুয়ো সমাজৰ আগশাৰীত সন্মান লাভ কৰি ধৰ্মচৰ্চাও কৰি আছে।

সকটিয়ে ভাবিলে—কন্‌টিলাই জাত-যোৱাৰ পাচতো অসমীয়া হৈ থাকিল, সিনো জাত-নোযোৱাকৈয়ো কিয় অসমীয়া হৈ থাকিব নোৱাৰিব? সকমইনাই কিয় তাক সিদিনা সেইদৰে কৈ শুনালে?

* * * *

সকটি গৰিয়াৰ যিবোৰ সমনীয়া বন্ধু বান্ধৱ বৰবাম আৰু দাঁতি-কাষৰৰ গাঁৱত আছিল আৰু আছে সেইবোৰৰ লগতে ধেমালি ধুমুলা কৰি, কাঁজিয়া-পেচাল লাগি, আকৌ ভাগি, মিল মহবতত—শৈশৱ, কৈশোৰ, যৌৱন কাল অতিবাহিত কৰি এতিয়া প্ৰৌঢ অৱস্থাত ভৰি দিছেহি। সকটিহঁত মুছলমান, ইবিলাক হিন্দু এনে ভেদভাৱ কদা-কাচিতো কাৰো মনত উদয় হোৱা নাছিল। নিৰ্দিষ্ট গোটাদিয়েক ধৰ্মীয় আচুতীয়া অনুষ্ঠানৰ বাহিৰে, বাকী আটাইবোৰ ঘৰুৱা কিম্বা ৰাজহুৱা অনুষ্ঠানত হিন্দু-মুছলমান উভয়ৰে নিৰ্বিচাৰ গতি। ডেকা-গাভৰুমখাই বহু ক্ষেত্ৰত, বুঢা মেথা চামে মানি অহা ৰক্ষণশীল নীতিকো চেৰাই যাব খুজে। এনেকৈ পৰৰ ৰক্ষণশীলতাত অনুপ্ৰৱেশকাৰীক, পৰে দোক নধৰিলেও সগোত্ৰীয়ে দোষ ধৰে।

বৰবামৰ খিলঞ্জীয়া হিন্দু-মুছলমানসকলে পৰম্পৰাৰ পৰম্পৰাৰ নীতি নিয়মক মান-সম্ভ্ৰম দৰ্শাই আহিছে। একো কোহকাল নাই। উভয় পক্ষৰ তুজনৰ মাজত কিবা কাজিয়া-পেচাল লাগিলেও, উভয় পক্ষৰ বয়োজ্যেষ্ঠসকলে মেল পাতি নিৰপেক্ষ বিচাৰৰ দ্বাৰা দোষীৰ দণ্ড দিছে।

লগৰীয়াবো'ৰ পঢা দিনৰপৰা সকটিক 'গৰিয়া, গৰিয়া,' বুলি জোকাইছিল। 'গৰিয়া' কথাটো এটা বৰ বেয়া গালি পৰাৰ দৰে বুজি সকটিৰ বৰ খং উঠিছিল আৰু তাকে দেখি বাকীবোৰে খং পাই বেছিকৈহে কৈছিল। পিচলৈ সি নিজেই 'আহ্মদ'ৰ সলনি 'গৰিয়া' লিখিবলৈ কিয় ললে তাৰো এটা কাহিনী আছে।

এবাৰ বৰবামত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ পতা হৈছিল। উৎসৱৰ ধৰ্মালোচনী সভাত এজন প্ৰখ্যাত সাহিত্যিক তাৰুণ

দিছিলহি। তেওঁ মুছলমান আছিল আৰু কোনোবা কলেজ এখনৰ শিক্ষকো আছিল। ধৰ্মৰ বিষয়ত মানুহজনে বৰ সাৰুৱা বক্তৃতা দিছিল। অসমৰ মুছলমানসকলৰ সম্পৰ্কেও বহুত কথা কৈছিল। 'গৰিয়া' শব্দটো হেনো সাধাৰণ বাইজে ভুলকৈ বুজে। গৰিয়া' মানেই সকলো মুছলমানক নুবুজায় কিন্তু অসমীয়া মানুহে মুছলমান মাত্ৰেই গৰিয়া বুলি বুজে। ভিন ভিন সময়ত ভিন ভিন ঠাইৰপৰা অসমলৈ মুছলমান সকল আহিছিল। মৈমনচিঙৰপৰা অহাসকলক মৈমনচিঙীয়া, ছিলেটৰ পৰা অহাসকলক ছিলেটীয়া বোলাৰ দৰে গৌড় দেশৰপৰা অহাসকল-কহে গৌড়িয়া বোলে। এই 'গৌড়িয়া' শব্দটোৱেই মানুহৰ মুখত "গৰিয়া' হৈছেগৈ। গৰিয়া সকল খানদানী' সম্ভ্ৰান্ত গোষ্ঠীৰ লোক। এওঁলোকৰ পূৰ্বপুৰুষে নবাবী শাসনও চলাইছিল। আমাৰ বহুত মুছলমান লোকে 'গৰিয়া' বুলিলে অপমানবোধ কৰে সেইটো ভুল ধাৰণা। বৰঞ্চ 'গৰিয়া' বুলিলে আমি গৰ্ববোধ কৰাহে উচিত।"

বক্তাজনৰ কথা শুনি সকটিৰ মন আনন্দত নাচি উঠিল। 'গৰিয়া' বুলিলে তাৰ অনাহকতে খং উঠিছিল আৰু লগৰীয়াবোৰেও বেয়া কথা বুলি ভাবিহে তাক গৰিয়া' বুলি জোকাইছিল। মিটিং শুনি বহি থকা ঠাইৰপৰা সকটিয়ে ইফালে-সিফালে চালে, তাক 'গৰিয়া' বোলাবোৰে শুনিছেনে নাই, গৰিয়া' মানে কি? পিচে, কাকো নেদেখি সি মনে মনে তাঁহাতক গালি পাৰিলে—"এই জহনীত যোৱাইত, এতিয়া ক'ত মৰিলগৈ, মই বাপেকে আজিৰপৰা গৰিয়াহে লিখিম।" সেইদিন ধৰি বদৰুদ্দিন আহমদৰ সলনি, সি সকটি গৰিয়া লিখিলে আৰু লিখালে। নামটো সলনি কৰিলে এই কাৰণেই যে, 'সকটি' নামটো তাৰ বেছি "অসমীয়া, অসমীয়া' লাগে।

সেই বক্তাজনৰ কথাখিনিয়ে সকটিৰ অন্তৰত গভীৰ ৰেখাপাত কৰিলে। বক্তাজনক এজন ধাৰ্মীক পীড় যেন লাগিল। শঙ্কৰদেৱ আৰু হজৰত, নামঘৰ আৰু মছ্‌জিদৰ মাজত থকা, চকুৰে দেখা পাৰ্থক্য-খিনি সকটিয়ে মনৰ মাজত বিচাৰি নাপালে। শুকুৰবৰীয়া নামাজলৈ নামঘৰটো পাৰ হৈ যাওঁতে সকটিৰ নিজকে অপৰাধী অপৰাধী যেন লগা

হ'ল। সেই কাৰণে সি নামঘৰলৈ চালাম্-ভচ্‌লিম্ জনাই থৈ যায়। সকটিয়ে সকু জ্ঞান বিবেচনাৰে বিচাৰ কৰি চায়, বক্তাজনে কোৱা কথা যদি সঁচা হয় তেন্তে শঙ্কৰ গুৰুৱে হিন্দু কেইটাক চিনাই দিয়া ভগৱান-কৃষ্ণ-ঈশ্বৰ মছ্‌জিদতো থাকিব পাৰে, হজৰত গুৰুৱে মুছলমান কেইটাক দেখুৱাই দি যোৱা আল্লা-খোদাজন নামঘৰতো থাকিব পাৰে। সকটিয়ে দেখিছে প্ৰায় আটাইবোৰ মুছলমানে ঈশ্বৰ, ভগৱান, কৃষ্ণ আদি আল্লাবাচক শব্দবোৰ উচ্চাৰণ কৰিবলৈ বেয়া পায়, আন হাতে হিন্দুসকলেও খোদা আল্লা আদি ঈশ্বৰবাচক শব্দবোৰ বেয়া পায়। সকটিয়ে ইয়াৰ কোনো মানে নাই বুলি ভাৱে। এনে সঙ্কীৰ্ণ মন লৈ কোনো ভাল মুছলমান বা ভাল হিন্দু হব নোৱাৰে। সকটি গৰিয়াই কিন্তু এটা কথা বুজি পাইছে যে, মুছলমান হলেও যেহেতু অসমীয়া, তেনেক্ষেত্ৰত অসমীয়া মুছলমানসকলে ঈশ্বৰ, ভগৱান আদি সাধাৰণ ত ব্যৱহাৰ কৰা উচিত। কোৰাণ পাঠ, নামাজ আদি কৰোঁতে হজৰতীয় শব্দ আল্লা, খুদা থাকক, কিন্তু সাধাৰণ কথা-বতৰাত প্ৰসঙ্গ-ক্ৰমে, ঈশ্বৰ, ভগৱান, কৃষ্ণহে উল্লেখ কৰাটো ভাল। এইবোৰ আমাৰ বুকুৰ বেছি আপোন ভাৱ প্ৰকাশক মাতৃভাষাৰ শব্দ। কোনো কোনো ল'ৰা-ছোৱালীয়ে হিন্দু হৈয়ো মুছলমানী আৰু মুছলমান হৈয়ো হিন্দুৰ দৰে নাম ৰাখিছে, সকটিয়ে এইটো বৰ ভাল কথা বুলি ভাৱে।

কোনো কোনোৱে সকটিক, বদৰুদ্দিন নাম এৰি পেলোৱাৰ কাৰণ সুধে। সি ব্যাখ্যা দিয়ে যে, 'সকটি' খাচ অসমীয়া নাম, গতিকে সি সেই নাম ভাল পালে। আগতে জনাহলে, সি বোলে জীয়েক বিনীতাৰ নামটো অধিক অসমীয়া নাম এটাহে ৰাখিলেহেঁতেন, যেনে—জয়মতী, ৰূপহী, বগীতৰা, আইটি, পুণিমলা—এনেকুৱা এটা।

ধৰ্মীয় সম্প্ৰদায়বোৰৰ মাজত মানুহে কৰা নীতি-নিয়ম কিছুমানৰ প্ৰতি সকটিৰ বিৰাগ জন্মিল। সি হিন্দু, মই মুছলমান, সি হীনজাতৰ, মই উচ্চ জাতৰ, এনেবোৰ বিবেচনা কৰিবলৈ জানো ধৰ্মগুৰুসকলে শিক্ষা দিছিল? সকটি গৰিয়াৰ মাকৌ মনত পৰে তাৰ একালৰ অকৃত্ৰিম বন্ধু কনটিলালে। চাহবনুৱাসকল হীনজাতৰ কাৰণে কনটিলাই

ফুলমতীক বিয়া কৰাটো তাওৰ অপৰাধ হ'ল। সি পৰাচিত হৈ সমাজত থাকিবলৈ সুবিধা পালেও ফুলমতীক ত্যাগ কৰিহে পাৰিব বুলি গোঁসাইয়ে যি ৰায় দিলে, সেইয়া সঁচাই ধৰ্ম হ'লনে ?

সেই ধৰ্মসভাত বক্তাজনে দেখোন কৈছিল—বোলে মহাপুৰুষ শঙ্কৰ গুৰুৱে হেনো জাত-কুলৰ বিচাৰ কৰা নাছিল। বামুণ-কলিতা-আহোম-কছাৰী-নগা-মিকিৰ আনকি মুছলমানও তেৰাৰ ভকত হৈছিল। ভকত হোৱাৰ পাচত তেওঁলোকৰ মাজত কোনো ভেদ ভাৱ নাছিল। তহঁতৰ একেটা পাগতে চলিব নোৱাৰা দদাই-ববপাইহঁতে গোঁসাইৰপৰা পোৱা ধৰ্মটো শঙ্কৰ গুৰুৰ ধৰ্মতকৈ বেলেগ নেকি ? নামঘৰ, কীৰ্তন-ঘোষা, নাট-ভাওনা এইবোৰ শঙ্কৰ-মাধৱৰ বস্তু কিয় লৈ আছ তহঁতে ? আন বেলেগ বস্তু ল, গোঁসায়ে দিব। যি গোঁসাইয়ে কনটিলাক খেদালে সেই গোঁসাইয়ে আৰু বহুত কিবাকিবি দিব পাৰিব।”

সকটি গৰিয়াৰ কথাত পানী-নসৰকা দেখি লগৰ মধাই প্ৰতিবাদ কৰিবলৈ বা বেয়া পাবলৈ একো কাৰণ বিচাৰি নেপালে। কনটিলাৰ প্ৰতি থকা মৰমৰ কাৰণেই সকটিয়ে খঙতে এইদৰে হিন্দু ধৰ্মৰ নিয়মবোৰ সমালোচনা কৰিছিল বুলি সিহঁতে বুজি পাইছিল। হিন্দু ধৰ্মৰ প্ৰতি সকটিৰ আক্ৰোশ নাছিল, আছিল বেয়া বেয়া নিয়ম নীতিবোৰৰ প্ৰতিহে।

* * * * *

বৰবামবাসী হিন্দু-মুছলমানসকলৰ মাজত সাম্প্ৰদায়িক সম্প্ৰীতিৰ যি নিদৰ্শন দেখা যায়, তাত ধৰ্মৰ অৱিহণা খুব কমেইহে আছে। উভয় ধৰ্মৰ চলিত নিয়ম নীতিবোৰৰ কাৰণে যিটো সম্ভৱ নহয়, সেইটো সম্ভৱ হৈছে, বহুকাল ধৰি একেলগে বসবাস কৰি অহা হেতু সৃষ্টি হোৱা, স্বাভাৱিক বাতাবৰণৰ কাৰণেহে। সহজাত মানৱীয় গুণ-দৃষ্টিভঙ্গীয়ে সামাজিকতাৰ কৃত্ৰিম প্ৰাচীৰবোৰ ভেদ কৰি, তেওঁলোকক বৰবামবাসী হবলৈ, মানুহ হবলৈ শিকাইছে।

দুখ-শোক, হাঁহি-কান্দোন, হৰ্ষ-বিষাদক বৰবামবাসী হিচাপে

প্ৰত্যেকেই ভাগ-বতৰা কৰি লবলৈ, স্বভাৱজাত সহানুভূতি-সমানুভূতিৰে ল'ৰা-ছোৱালীহঁতক ডাঙৰ-দীঘল হবলৈ শিকাইছে।

হিন্দুৰ ল'ৰা-ছোৱালীকো মুছলমানৰ চয়তানে ধৰে, মুছলমানৰ ল'ৰা ছোৱালীৰ গাতো হিন্দুৰ ভূত লম্ভে। কেৰকণ আৰু ইছাক (ইছাহাক) গাঁওখনৰ ডাঙৰ বেজ। কেৰকণে বলে নোৱাৰটো 'চয়তান', তাক ইছাকৰ ওভটা মন্ত্ৰ আৰু সোঁকাৰ কোবেহে বলে পাবে। ইছাকে খেদাব নোৱাৰাটো, শিঙৰাজানৰ মৰিশালিত থকা বা মাকৰি-পুখুৰী পাৰৰ জয়াল জৰীগছ জোপাত থকাটো অথবা পাত-মেকুৰীয়ে কান্দিলে ওলোৱা 'বুকুত চকু থকা'টো হবই লাগিব। মতা কেৰকণক—তাৰ বিহলঙনীৰ কোবত ডেডাউৰি পাৰি যদি নাযায়, কেৰকণো পৰি মৰা বিধৰ নহয়। সি তাৰ গুৰু, পানীদিহিঙৰ কাণকটাৰ ওচৰ পাবগৈ। কাণকটা মায়ঙীয়া বেজ। তাৰ আচল নাম দেউকন, মাটিৰ সীমালৈ কাজিয়া লাগোতে হৰিনাথৰ মিত্দাৰ কোবত তাৰ কাণখনৰ লতিটো ছিগি গ'ল। সকলুৰা দেও-ভূতে বোলে কাণকটাৰ নাম শুনিলেই পলায়। মজলীয়াবোৰ খেদিবলৈও সি নিজে আহিব নালাগে, ঘৰৰপৰাই মন্ত্ৰ কৰি ভূত খেদে। বৰ ডাঙৰ জাতৰ ভূত লাগিলেহে সি বেমাৰীৰ ওচৰলৈ আহি, কি ভূত, ক'ত থাকে, কি লাগে, যাবনে নাযায়—এইবোৰ সোধ-পোচ কৰেহি। ভালেৰে যদি নাযায় তেতিয়া ভূত আৰু কাণকটাৰ যুদ্ধ চলে। কাণকটাই হেনো এটা ভূতৰ পৰিয়াল পুহি আছে। তাৰ কথামতে সিহঁতেই আন আন্‌ ভূতৰ লগত যুঁজ কৰে। ঘাইটোৰ নাম বিৰা।

নামঘৰৰ ওচৰে-পাজৰে 'বুঢ়া ডাঙৰীয়া' থাকে, মছ্‌জিদৰ চৌহদত থাকে 'জিন'। এই ছুগৰাকী উপ-দেৱতাই মানুহক অপকাৰ নকৰে, কিন্তু ওভট-গোৰে নাচিলে দায়-দোষ ধৰে। সেই কাৰণে নামঘৰ-মছ্‌জিদৰ কাষেদি গ'লে, অন্ততঃ থিয় হুপৰীয়া, হাই-উকমি নালাগে। পেচাব নকৰিবলৈ, বেয়া মাত নামাতিবলৈ ল'ৰাহঁতক সাৱধান কৰি দিয়া হয়। কোনোবাই পাহৰি তেনেকাম কৰিলে দায় দোষ ধৰে। ল'ৰাই জুখুকা মাৰি থাকে, ৰাতি সপোন দেখে। জনাবুজা ল'ৰাই

দেখা সপোনবপৰা ধৰিব পাৰি কোনজনাই দোষ ধৰিছে। সপোনত যদি—ওখ-পাখ, টো-টা কৰে বগা চোলা-চুৰিয়া-চেলেং পিন্ধা, মথুৰা পাগ মৰা, ভৰিত খৰম পিন্ধা এজনক দেখে—সেইয়া বুঢ়া ডাঙৰীয়া, আকৌ দীঘল পকা-ডটীয়া, মূৰত মুছলমানী টুপী, গাত বগা চোলা-লুঙি আৰু ভৰিত নাগেৰা জোতা পিন্ধাজনক দেখিলে সেইজন হব 'জিন্'। বুঢ়া-ডাঙৰীয়াৰ কাৰণে নামঘৰলৈ গুৱা-পাণৰ শৰাই, মাননী সহ ( পাঁচ টকা, পাঁচ অনা, পাঁচ সিকা ) দিব লাগে, 'জিন্'ৰ কাৰণে মমবাত্তি আগবঢ়াব লাগে—মাফ্ হৈ যায়।

দিন বেয়া থাকিলে ডাঙৰকো কেতিয়াবা দেখা দিয়ে। ওখ গছ ( সাধাৰণতে আঁহত, জৰী ) এজোপাৰ কাষত দেখা যায়। চাই থাকোতেই বাঢ়ি গৈ গৈ গছজোপাৰ সমান ওখ হয়গৈ। তোমাৰ ফালে চাই হুঁহাৰ নিচিনা কৰিলে জানিবা তোমাৰ দিন খুব ভাল, কিন্তু খোপা কৰি ধৰিলেই তুমি লগে লগেই নিতাই পুখুৰীৰ মাজৰে খোৱা গণকৰ ওচৰলৈ দৌৰ দিব লাগিব। বগানাথৰ বাঁহনিখনৰ বৰ আমজোপাত থকা দ'ত্তটোৱেও বাটৰুৱাক ভয় খুৱায়। কাষেদি গলে, আমগছৰ ডাল জোকাৰে, বাঁহগছ এদাল বাটতে পথালিকৈ পেলাই থয়। সেইছোৱা বাট চাকি-বাত্তি লগোৱাৰ পৰত পাৰ হব নালাগে। মাকৰি পুখুৰীত থকা বাঁক বাঁকীনী হালে কেতিয়াবা মাছমৰীয়াৰ খালৈৰপৰা মাছ চুৰ কৰি খায়। ওচৰৰ চোমনিত পকা মুগা ধৰি খায়। দিন বেয়া থাকিলে ফাঁকি-ফুকা কৰি মানুহক জানৰ কিনাৰলৈ নি ওভোটাই পুতি, মাৰি পেলায়। পথালিবাম পথাৰতো ৰাতি মানুহক পৰোৱাই পায়, একেডোখৰ ঠাইতে ঘূৰি ফুৰিব লাগে। তেনে অৱস্থাত পৰিলে পেচাব কৰিবা, কন্তেক বৈ তামোল-চালি থাকিলে এখন মুখত ভৰাবা, তাৰ পাচত তুমি যাবলগা দিশটো কেনি আছে চালেই ধৰিব পাৰিবা। এইবোৰৰ ওপৰিও, মই যখ, বিয়ৈ যখ, গৰু যখ, খেতৰ, মৰকুচীয়া আদি অনেক দেও-ভূত পিয়াপি দি ফুৰে। পিচে পথালিচকুৱা ( মানুহ )-লৈ এইবোৰে বৰ ভয় কৰে। হঠাৎ গৈ তাহাঁতৰ বাটত লগাভেটা হলেই, তুমি কিবা এটা কৰিবা বুলি ভয় খাইছে তোমাক

আক্ৰমণ কৰে। সেই কাৰণে অপাৰ্থকত পৰি অকলশৰে যাবলগা হলে ঈশ্বৰৰ নাম-পদ একোটা চিঞৰি চিঞৰি গাই যাব লাগে। ভগৱানৰ কীৰ্তন শুনিলে সিহঁতৰ গাৰ পোৰণি উঠে, পলাই-পত্ৰং দিয়ে। তেনে অৱস্থাত সাধাৰণতে 'লেছা ৰ' গাবলৈ ভাল। উদাহৰণ স্বৰূপ নামঘোষাৰ—'কৃষ্ণ একদেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী' সীতা বনবাসৰ—'এহিমতে সীতা পটেশ্বৰী কান্দে শ্ৰীৰামৰ গুণ স্মৰী', পাণ্ডৱ বনবাসৰ—'দ্ৰুপদ নন্দিনী মনে গুণি স্বামী সকলৰ মৃত্যু শুনি'—ইত্যাদি। মুছলমানসকলে কোৰাণৰ মহাবাণী একোটা গাব লাগে। সৰুটি গৰিয়াই কিন্তু 'কৃষ্ণ একদেৱ সুখহাৰা 'এই ফাকি গাবলৈ বৰ ভয় পায়।

কেতিয়াবা আকৌ মুছলমানৰ ঘৰত বসন্ত ৰোগ হলে, হিন্দুৰ 'আই গোঁসানী'সৱৰ ন গৰাকীৰ কোনোবা এগৰাকী ৰোগীৰ গাত লম্ভে। তেতিয়া ৰোগীয়ে নিজেই, 'বাযননী বুঢ়ী মা, জেটুকী বৰমা, বেতবৰীয়ানী জেঠাইটিৰ নাম গোৱা শুনো' বুলি জেদ ধৰে। সেইমতে বুঢ়ী গোপিনীসকল আহি, নাম-গুণ গাই, মাতি-বুলি সন্তুষ্ট কৰেহি, ৰোগ চৰমি যায়।

এইবোৰ দেখি-শুনি সৰুটি গৰিয়াই ভাৱে—"ভূত-প্ৰেত, দেৱ- দৱী-বোৰেই দেখোন হিন্দু-মুছলমানৰ বিচাৰ নকৰে, মানুহে কিয় কৰিব লাগে ?'

* * * *

সৰুটি গৰিয়াৰ জীয়েক বিনীতা বেগম। নামত হিন্দু, উপাধিত মুছলমান। সকলোৱে তাইক 'বিনী' বুলিযেই মাতে। আচলতে তিৰোতাবোৰৰ ধৰ্ম নাই বুলিবই লাগে। পানীৰ যেনেকৈ আকাৰ নাই, যি পাত্ৰতে থোৱা যায় সেই পাত্ৰ'ৰ আকাৰ লয়। ঠিক সেইদৰে তিৰোতাকো যি ধৰ্মৰ পুৰুষে গ্ৰহণ কৰে, সেই ধৰ্মৰে হৈ পৰে।

বিনিতাৰ গীত-মাতৰ প্ৰতি বৰ ধাপ। মাতটিও মিঠা। জেং বিহু মৰা, বিয়া নাম গোৱাত আগৰনুৱা। আজিকালি বৰগীতও গাব জানে।

এদিন চেপনৰ মৌলবীজনে বিনীৰ মুখত বৰগীত শুনি সকটিক খং কৰিছিল, বোলে মুছলমানে এইবোৰ হিন্দুৰ প্ৰাৰ্থনামূলক গীত গাব নাপায়, তেওঁৰ মতে আজান ফকিৰৰ জিকিৰবোৰ নালাগেহে। মৌলবীজন আছিল ছেলেটীয়া বঙালী। অসমীয়া কথা ভঙা-চিঙাকৈ দুই-চাৰিটা কয়। সকটিয়ে মনতে ভাবিলে "তই বঙালীয়ে অসমীয়া বৰগীতৰ ৰস কি বুজিবি? আজান ফকিৰতকৈ তই ডাঙৰ মুছলমান হলিনে? সত্ৰৰ গোঁসাই আৰু আমাৰ মৌলবী ধৰ্মান্ধ, বুৰ্বক হোৱাৰ কাৰণে ধমৰ এই দশা হৈছে।" আলহী বুলিহে মুখ ফুটাই একো নক'লে।

ৰভাতলত দৰাঘৰীয়াক জোৰা নাম গাই থকা-সৰকা কৰাত বিনীক চেৰ পেলোৱা টান। মনেৰে সাজি তপাতপ্ জোৰাই জোখাই নামবোৰ গাই যাব পাৰে। কোনোবা দৰাৰ লগত কাজী ন্যায়মতী আহিছে বাকীবোৰ ছোৱালীয়ে বলে পৰা নাই, বিনীক মাতি আনিহে খেলখন জমাব পাৰে। কেতিয়াবা কাঠে-কাঠে পৰিলে ঘণ্টাৰ পাচত ঘণ্টা ধৰি জোৰা নাম চলে, ঘৰুৱা দলক দাবি ধমকি দি বন্ধ কৰিবলগাত পৰে। এনেকৈ জোৰা নামত ঠাট্টা-মস্কৰা, গালাগালি চলিলেও ব্যক্তিগতভাৱে কোনেও আক্ৰোশৰ ভাৱ নলয, বৰঞ্চ সিহঁতৰ মাজত বন্ধুত্বহে গঢ়ি উঠে। বিনীৰ এনে বান্ধৱী ভিন ভিন দূৰ গাঁৱত কেইবাজনীও আছে। ৰৰবামৰ দৰা হ'লে, কন্যাঘৰলৈ দৰাক লগত যাবলৈ বিনী নহলে আন ছোৱালীয়ে যাবলৈ সাহস নকৰে।

মুছলমানৰ ল'ৰা-ছোৱালীয়ে বিহুৰ পিঠা-পনা ইঘৰে-সিঘৰে খাই ফুৰোঁতে পেটৰ অসুখ হৈ যায়গৈ। ঈদত হিন্দুৰ ল'ৰা ছোৱালীলৈ কুৰ্মা পোলাও যতনাই নথলে নহবই। বিনীৰ মাক-বাপেকে ঈদত, বিশেষভাৱে বস্তু গোটাই-পিটাই ৰাখিব লগাত পৰে, কাৰণ বিনী সৰবৰহী ছোৱালী, তাইৰ ঘৰলৈ সা-সমনীয়া ল'ৰা কি, ছোৱালী কি আটাইবোৰ আহে। বহাগৰ হুঁচৰি কেইদিন কাৰো ঘৰত ল'ৰা পাবলৈ নাই, আটাইবোৰ বিহু-বলিয়া হৈ থাকে। আজি কেই বছৰমান আগবেপৰা নিতাই পুখুৰী, ধেমেছী, পথালীবাম—এই

তিনিও অঞ্চলক লৈ কেন্দ্ৰীয় ভিত্তিত বিহু-প্ৰতিযোগীতা পাতি আহিছে। জেং বিহুত ববৰামৰ ছোৱালীৰ দলটোৰ নাম আছে। এবাৰ বিনী বিহু-কুঁৱৰীও হৈছিল। আজিকালি ডাঙৰ হৈ শকত-আৱত হোৱাৰ কাৰণে বিনীয়ে নাচিবলৈ এৰিছে।

* * * * *

সৰুটি গবিয়াৰ সৰাতোকৈ আপোন মানুহটো আছিল যোগধৰ। যোগধৰৰ ককাই-ভাই নাই। যোগধৰ সৰুটিতকৈ তিনি-চাৰি বছৰমান বয়সে ডাঙৰ। সিহঁত পৰম্পৰে ককাই-ভাইৰ পৰিপূৰণ হৈ পৰিছিল। যোগধৰৰ লগত সৰুটিৰ প্ৰথম সংযোগ ঘটিল সৰুটিক প্ৰাইমাৰী স্কুলত নাম লগোৱা দিনাৰেপৰা। সৰুটি আৰু যোগধৰৰ দেউতাক বন্ধু আছিল। সেই সূত্ৰে সৰুটিক আনি যোগধৰক চমজাই দি কৈছিল— "যোগ মইনা, এইটো তোৰেই ভায়েৰ। ইয়াক আহোতে-যাওঁতে আৰু স্কুলত মন কাণ কৰিবি। ই মাকৰ এৰ আলসুৱা। ল'ৰাৰ লগত কাঁজিয়া-পেচাল কৰিলে তই কাজিয়া ভাঙিবি। ই বদমাচি কৰিলে তই শাসন কৰিবি।" যোগধৰে লগে লগেই সৰুটিৰ হাতত ধৰি লৈ গ'ল আৰু স্কুলৰ 'ক' শ্ৰেণীত আগশাৰীত বহিবলৈ ঠাই উলিয়াই দিছিল। সেইদিন ধৰি সৰুটিৰ কাৰণে যোগধৰ ককায়েক আৰু অভিভাৱক হৈ পৰিল। বদমাচি কৰি এদিন মাত্ৰ যোগধৰৰ কাণমলা খাইছিল সৰুটিয়ে। তাৰ পাচৰপৰা সৰুটিয়ে যোগধৰলৈ ভয় কৰা হ'ল। সৰুটিক ঠাণ্ডা কৰিবলৈ বা বশ মনাবলৈ যোগধৰে চকুটেলোকা কৰি ধৰিলেই যথেষ্ট হৈ পৰিছিল। যোগধৰ কিবা গোঁৱাৰ ধৰণৰ ল'ৰা আছিল। সি মুখেৰে মৰম প্ৰকাশ কৰিব নাজানে কিন্তু সৰুটিলৈ তাৰ যে গভীৰ মৰম আছিল সেই কথা তাৰ কাৰ্যই প্ৰমাণ কৰে। আন ল'ৰাই সৰুটিক মাৰধৰ কৰিলে যোগধৰে কাকো ৰেহাই নিদিছিল। তেনে এটি ঘটনা সৰুটিৰ মনত এতিয়াও সজীৱ হৈ আছে।

স্কুলৰ পূৱফালে এটা পথৰুৱা ডোবা আছে। তাত পদুমেৰে ভৰি থাকে। পানী শুকালে, ল'ৰা-ছোৱালীবোৰে হাতত একোদাল ছুলাং লৈ, পম খেদি খেদি মাটিৰ তলৰপৰা পদুমৰ চকাবোৰ খানি খানি খায়।

সৰহকৈ পালে ঘৰলৈ আনি পুৰি খায়, খাবলৈ বৰ ত্ৰেলেতীয়া সোৱাদ লাগে। সময়-অসময় নাই, শিক্ষক নাথাকিলেই ল'ৰা ছোৱালীবোৰ পঢ়ুমনিত ব্যস্ত হৈ থাকে। শ্ৰেণীৰ কেপ্তেইনবোৰ স্কুলত থাকে। শিহঁতে শিক্ষকক নলগাবৰ কাৰণে আৰু শিক্ষক আহিলে ল'ৰাবোৰক খবৰ দিবৰ বাবে, শ্ৰেণীৰ আন ল'ৰাবোৰে কেপ্তেইনক একোচকল পঢ়ুমৰ চকা বক্চিচ বা ঘোচ দিব লাগে। শিক্ষক যোৱাবো কোনো সময়ৰ কথা নাই। কোনোদিন বাৰ বজাত কোনোদিন দুই বজাত স্কুল পায়গৈ। কোনোদিন শিক্ষকলৈ খাপ লওঁতে লওঁতে বেলি পৰেগৈ। তৃতীয় শ্ৰেণীৰ কেপ্তেইনে তেতিয়া স্কুল ছুটী দি দিয়ে। শিক্ষকজন চেপনৰ ফালৰপৰা যায় পুৰণ চাইকেল এখনত যাওঁতে দূৰৰপৰাই চাইকেলৰ কেৰ-কেৰণি শুনি পায়েই কোনোবা এটাই চিঞৰ সোধায় —"এই যমলাখুটি!' শুনামাত্ৰকে ল'ৰা-ছোৱালীহঁতে পঢ়ুমনিৰপৰা স্কুললৈ দৌৰ দিয়ে। শিক্ষকজন সেংপেঙীয়া গা-গাৰি নথকা মানুহ আছিল, তাক দেখি কোনোবা অঘাইটং ল'ৰাই তেওঁৰ নাম দিলে 'যম লাখুটি।

এদিন এইদৰে পঢ়ুমৰ চকা খান্দি থাকোঁতে সৰুটিৰ হুলাঙৰ আগটো, ওচৰতে থকা সৰু ল'ৰা এটাৰ ভাবৰ পটাত লাগি চাল-বাকলি একৰাই দিলে। ল'ৰাটোৱে কন্দা দেখি তাৰ ওপৰ শ্ৰেণীত থকা ককায়েক দুটা দৌৰি আহিল। এটাই তাৰ হুলাংদালেৰে সৰুটিৰ ভৰিতে মাৰ মাৰি দিলে। যন্ত্ৰণাত সি দুই হাতেৰে ভৰিটো মোহাৰি থাকোঁতে সিটোৱে আহি গতা মাৰি দিলেহি। ভাল চম্ভালিব নোৱাৰি সৰুটি কৰ্ফাল খাই পৰিলগৈ। ল'ৰা দুটাই তাৰ গাৰ ওপৰত বহি ধুম্-ধাম চৰ, ভুকু, কিল মাৰিবলৈ ধৰিলে। সৰুটিৰ চিঞৰ শুনি যোগধৰ খেদা মাৰি আহিল আৰু তাহাঁতৰে হুলাং এদাল লৈ দুয়োটাকে উধাই মুধাই মৰিয়ালে। মাৰ খাই ল'ৰাকিটা দৌৰ মাৰি আঁতৰি গ'ল। দুয়োটা ল'ৰা যোগধৰৰ সমনীয়া আছিল যদিও তাক আক্ৰমণ কৰিবলৈ সিহঁতে সাহস নকৰিলে। সৰুটিক তুলি, সি তাৰ হাত-ভৰি ক'ৰবাত জখম হৈছে নেকি চালে। তাৰ পাচত, সৰুটিকো চৰ দুটামান দি

গঁতিয়াই-খুঁকুতিয়াই স্কুললৈ লৈ গ'ল। সকটিক দেউতাকে মাৰ-ধৰ কৰে বুলি দেউতাককো নলগালে।

আন এদিনাখন সকটিক যোগধৰে মৰণৰপৰা বচালে। স্কুল ছুটী হোৱাত, ফলি-পুথি লৈ সকটি বাহিৰলৈ দৌৰ দি ওলাই আহিল। যোগধৰ অলপ পাচ পৰিছিল। কোন আগতে আলি উঠিবলৈ পাৰে, এই লৈ সক ল'ৰাবোৰৰ মাজত সদায় প্ৰতিযোগিতা চলে। সেইদিনা সকটি সবাতোকৈ আগ হৈছিল। স্কুলৰপৰা লাওখাৱা আলিলৈকে দীঘল বাঁকিয়াটো ঠেক, দুয়োকাষে দুটা মজলীয়া খাল। অন্য সময়ত মুকলি থাকে, কিন্তু মানুহে কঠিয়া পাৰি থোৱাৰ কাৰণে দুয়োকালে জেউৰা দিয়া আছিল। বাঁকিয়াটোলৈ তিনি-চাৰি নলমান সোমাই গৈছেহে, এনেতে আলিৰ ফালৰপৰা প্ৰায় বিশ পঁচিশটা মান 'জাক ফুৰা' গৰু গাই এজনীৰ পিচে পিচে হুৰ্‌হুৰাই সোমাই আছিল। আন ল'ৰাবোৰে চিঞৰি-বাখৰি স্কুলৰ ফালে ঘূৰি দৌৰ দিলে, সকটি অন্যমনস্ক হৈ থকাত কৰই নোৱাৰিলে। গৰুজাক গাৰফালে অহা দেখি ভয়াত সকটিৰ কি কৰিব লাগে ভু হেৰাল। সি ভয়তে পেঁপুৱা লাগি গৰু জাককে চাই থাকিল। এনেতে যোগধৰ একে চোঁচাই সকটিৰ ওচৰ পালেগৈ আৰু গৰুজাক সকটিক মহতিয়াবলৈ তিনি-চাৰি হাত মান মাত্ৰ থকা অৱস্থাত, যোগধৰে তাক বাউসীত ধৰি, বাওঁফালৰ খালটোলৈ জপিয়াই দিলে। সকটিৰ হাতৰপৰা পৰি যোৱা ফলি পুথি-বোৰৰ ওপৰেদি গৰুজাক পাৰহৈ গ'ল। ফলিখন গৰুৰ গচকত ভাগি চুৰ্‌মাৰ হ'ল, কিতাপো সোটোৰা-সোটোৰ হ'ল। ঠিক সময়ত যোগধৰে আহি ৰক্ষা নকৰাহলে, গৰুৰ গচকত সকটিৰ পেটু-ভুক আটাইবোৰ ওলালহেঁতেন, যোগধৰৰ কাৰণেই সেইদিনা সকটিৰ প্ৰাণ ৰক্ষা পৰিল।

এবাৰ সকটিৰ নৰিয়া হৈছিল। কেইবাদিনো মেলেৰিয়া জ্বৰত ভুগি সকটি লালকাল দিলে। দৰৱ-জাতি খুৱাবলৈ তাক মাক-বাপেকে খুঁজি থাকিব লাগে। যোগধৰে একেৰাহে তিনিদিন সকটিৰ ওচৰত থাকি পৰ দিছিল। অকটা-তিতা দৰৱবোৰ সকটিক নেতিয়া দিয়ে,

সি নাখাওঁ বুলি কব নোৱাৰে। বৰ বেছি এবাৰ মান ক'লেও দ্বিতীয়বাৰ যোগধৰে চকু পকাই ধৰাৰ পাচত সকটিয়ে চকু মুদি মুখখন মেলি দিবলৈ বাধ্য হয়। সকটিৰ মাক-বাপেকে ভালেই পালে। যোগধৰক কলে— "মইনা, অইন সময়ত নাথাকিলেও তই আহি এই পাতক দৰৱ খুৱাই যাবিহি, আমি খুৱাবলৈ এপৰ যুজিব লাগে।" যোগধৰেও খুৰীটিয়েকৰ কথামতে সকটিক সময়ত দৰৱ কেইপালি খুৱাইছিলগৈ।

যোগধৰ সকটি, কৈশোৰ পাৰ হৈ যৌৱনত ভৰি দিলে। আগতে যোগধৰৰ প্ৰতি থকা সকটিৰ ভয় শঙ্কাৰ সলনি এতিয়া ঠাই পালে— চেনেহ আৰু শ্ৰদ্ধাই। সকটি স্বাস্থ্যৱান থুলন্তৰ ডেকা, আনহাতে যোগধৰ স্বাস্থ্যহীন নহলেও ক্ষীণ মিন, বয়সতকৈ কম শক্তিৰ যুৱক আছিল। সুবিধা পালেই সকটিয়ে যোগধৰৰ হাতৰপৰা কঠিন কামবোৰ কাঢ়ি লৈ নিজে কৰি দিছিল। ৰবৰামৰপৰা চেপন হাটলৈ চাৰি মাইল দূৰ। শাক পাচলি, হাঁহ-পাৰ, ধান চাউল আদি বিক্ৰী-বাৰ্তা কৰি, সপ্তাহটোৰ খোৰাকী আনিবলৈ সিহঁত চেপন হাটলৈ নগলেই নহয়। সকটিয়ে চেপন বজাৰলৈ প্ৰায়ে যোগধৰৰ লগ হৈ, যিখন গধুৰ ভাৰ সেইখন সি লয়, পাতলখন যোগক দিয়ে। অথবা যোগৰ ভাৰৰ দুই-চাৰিটা বস্তু নিজৰ ভাৰখনলৈ তুলি লয়। হাটত বস্তুৰ পোহাৰ মেলি দুয়োটাই ওচৰা-ওচৰিকৈ বহে।

যোগধৰে বিয়া কৰাৰ পাচত টান কামৰ উপৰিও যোগধৰৰ হৈ সকটিযে অনেক সহজ সৰু কাম কৰি দিবলৈ বাধ্য হৈছিল। যোগধৰৰ পত্নী কনকাৰ কাৰণে, তিৰোতা মানুহৰ আচুতীয়া বস্তুবোৰ যোগধৰে কেতিয়াও নিকিনিছিল অৰ্থাৎ কিনিবলৈ তাৰ লাজ লাগিছিল। ব্লাউজ, চেমিজ, পেটিকোট, চুলি চ, খোপাত মৰা কাঁটা, সূতা নেতা আদিবোৰ সকটিয়েই কিনি নিবলগা হৈছিল। কেতিয়াবা কনকাই কিবা এটা কিনি আনিবলৈ ক'লে যোগধৰে চিধা কয়—"মই নোৱাৰো সেইবোৰ, সকক কবা।" (সকটিক যোগই পিচলৈ 'সক' বুলিবলৈ ধৰিলে— ককায়েকে যিদৰে ভায়েকক মাতে)। যোগধৰ এক প্ৰকাৰ বুঢ়াই হ'লগৈ অথচ সি চেমিজ কোনটো, পেটিকোট কোনটো চিনি নাপালে।

কনকাই সকটিক প্ৰথমতে 'গোঁহাইদেউ' বুলিছিল। ('গোঁহাই-দেউ'টো এই ক্ষেত্ৰত উপাধিক মুবুজায়। আহোমৰ বোৱেকে দেওৰেকক 'গোঁহাইদেউ' বা 'গৈগেদেউ' বুলি সম্বোধন ধৰে। আজিকালি অৱশ্যে 'মইনা', 'বাপুটি' বা নাম কাঢ়িও মাতে।) পিচত যেতিয়া বৰপুতেক হৰেণে 'দাইটি' বুলিব পৰা হ'ল, তেতিয়াৰপৰা কনকাইও সকটিক 'দাইটিযেক' বুলিবলৈ ললে।

যোগধৰৰ পত্নী কনকাৰ কাৰণে সকটি দাইটিয়েক ইমান আস্থাভাজন হোৱাৰ এটা বিশেষ কাৰণ আছে। সেইয়া হৈছে কনকাৰ বিয়াত, তথা যোগধৰে তাইক পলুৱাই আনোতে সকটিয়ে লোৱা অপৰিহাৰ্য প্ৰধান ভূমিকা।

* * * *

এদিন সকটি দিখাৰীৰ শনিবৰীয়া হাটলৈ গৈ কিবাকিবি কিনি-বেচি ফুৰিছিল, এনেতে হঠাৎ দেখা পালে—যোগধৰক দেখোন কোনোবা এটাই, বুকুৰ চোলাত ধৰি ঠেলা- হেঁচা কৰি আছে। মাজে মাজে চৰ-ঘোচা দাঙিছে গালি গালাজ পাৰিছে। ওচৰতে আন দুটা থিয় হৈ সিহঁতৰ আলেখ-লেখ চাই আছে। সকটি ৰ'ব নোৱাৰিলে। পোন-চাটে গৈ ডেকাটোৰ হাতত থাপৰ মাৰি, যোগধৰৰ চোলাৰপৰা আঁতৰাই, কঁকালত হাত দুখন ৰাখি, ধমকি দি সুধিলে—কি হ'ল? যুঁজ কৰিবলৈ মন গৈছেনেকি? সকটিয়ে চিনি পালে ডেকাটো চাংমাই গাঁৱৰ নন্দ, বাকী দুটাও একে গাঁৱৰে, সকটিয়ে সিহঁতৰ নাম নাজানে। নন্দই কেঁপেৰি পাতি ধৰিলে—"তুমি কোন হে, পৰৰ কথাত লাগিছা'হি? গৰিয়া, গৰিয়া ভাগে থকা, আনৰ কথাত কিয়?" সকটিয়ে হাতৰ মুঠি দেখুৱাই কলে, "এই! গৰিয়া, গৰিয়া নকৰি, মাথাৰ খোলা উৰি যাব। এওঁ মোৰ ককাইটি। সকটি থাকোঁতে এওঁক অপমান কৰি কোনো সাৰি যাব নোৱাৰে, যুঁজি চাব পাৰ।" এই বুলি সকটি দুখোজ আগুৱাই গৈ নন্দৰ মুখামুখি হৈ থিয় হ'লগৈ। বলে-বুকুৰে সকটিৰ পালোৱানী চেহেৰা দেখি নন্দ সেইপিনেই তাপ মাৰিলে।

অৱস্থা বেগতিক দেখি লগৰ দুটাই মধ্যস্থতা কৰিলে। সিহঁতৰপৰাই সকটিয়ে কাজিয়াৰ কাৰণটো শুনিলে।

চাংমাই গাঁৱৰ মেৰেলা কানীয়াৰ জীয়েক, কনকাৰ লগত নন্দৰ বহুত দিনৰেপৰা হাৱ-ভাৱ আছে, সি তাইক বিয়া কৰিবৰ মন কৰিছে। ইতিমধ্যে কনকাক ইটো-সিটো উপহাৰ দিওঁতে যথেষ্ট টকা খৰচও কৰিছে। তাইৰো একো আপত্তি নাছিল। পিচে, আজি কিছুদিনৰ-পৰা যোগধৰে তাইৰ লগত হাত-বাত কৰিছে। যোগধৰে পেহীয়েকৰ ঘৰলৈ অহাযোৱা কৰি, কনকাক ফুচুলাই নন্দৰ লগত বিচ্ছেদ ঘটাইছে। আজিকালি কনকাই নন্দক দেখিযো নেদেখাৰ ভাও জোৰে। সি দিয়া বস্তুও ঘূৰাই দিয়ে। সেই কাৰণেই, নন্দই যোগধৰক 'ওৱাৰ্নিং' দিছে, সি কনকাৰ লগত সম্পৰ্ক ৰাখিব নোৱাৰে। কথা ইমানেই।

সকলো কথা মন দি শুনি সকটিয়ে যোগধৰক সুধিলে, "কাইটিয়ে ছোৱালীজনী আনিবানেকি?' যোগধৰেও চমু উত্তৰ দিলে, "অঁ, তাই মোলৈ আহিব বুলি শপত খাইছে।" সকটিয়ে শেষ ৰায় দান কৰিলে "তেন্তে কাইটিয়ে সেই ছোৱালী এৰিব নোৱাৰে। নিজে আহিব খোজা ছোৱালী এজনীক আনিব নোৱাৰিলে কিহৰ মতা? নন্দই পাৰা যদি তাইৰ মন ঘূৰাবলৈ চেষ্টা কৰ', এইদৰে আদৈক নাপাই ভাদৈক ধৰাৰ দৰে, বাটে পথে মানুহক অপমান কৰিলে কথা বেয়া হ'ব। প্ৰথমবাৰ এৰিছো।" সকটিৰ দম্ভালি মৰা কথাত নন্দইও সমানে তেজ দেখুৱাই উত্তৰ কাটিলে, "কনকাক মই নিমেই। মাজতে এওঁ বিধি পথালি দিব কিয়?" এতিয়াও কৈছো, "এওঁ ভালে ভালে কনকাৰ লগত সম্পৰ্ক এৰি দিয়ক, 'ওৱাৰ্নিং' দিছো।" সকটিৰ উগ্ৰ খং উঠিল। সি কথাটো আৰু চমুৱাই পেলালে—"কাক শুনাইছাহে তেনেকৈ? চাংমাইৰ ভেকুলি কেইটাৰ ভয়ত, বৰবামৰ অজগৰ পলাব লাগে নেকি? তুমি যদি বৰমতা, নিযা কনকাক, পোন্ধৰ দিনৰ ভিতৰত যোগ কাইটিয়ে তাইক আনিবই। চাংমাইৰ কেইটা ডেকা ওলায়, সকটিয়ে অকলে চম্ভালিব, ই গৰিয়াৰ পোৱালিহে।" "বাৰু দেখা যাব, বৰবমীয়াইঁত কিমান

পানীৰ মাছ।" নন্দৰ কথাৰ মূৰত সৰুটিয়েও একেদৰে শুনাই গ'ল, "গোটেই বৰবমীয়াইঁতক কিয় ? সৰুটিয়ে অকলে, চাংমাই কেইটাক 'চেলেঞ্জ' কৰিছোঁ, কনকাক হৰণ কৰাৰ পিচৰ দেওবাৰে, এই মুকলি বজাৰলৈ।" এইবুলি কৈ সৰুটিয়ে যোগধৰক তাৰপৰা আঁতৰাই লৈ গ'ল।

*　　*　　*　　*

সৰুটি গৰিয়াই বৰবামৰ কাজুৰা কাজুৰা চাই ডেকা কেইটাৰ এখন জৰুৰী বৈঠক বহুৱালে। দিখাৰী হাটৰ ঘটনা আৰু চাংমাইৰ ডেকাইঁতৰ 'চেলেঞ্জ'ৰ লগতে সি নিজৰ ফালৰপৰা কৰা প্ৰতিজ্ঞাৰ কথাও ক'লে। বৰবমীয়া ডেকাইঁতে সৰুটিৰ সাহস আৰু বৰবামৰ সন্মানৰ হকে সি কৰা প্ৰতিজ্ঞাত পূৰ্ণ সমৰ্থন জনালে। সিইঁতে যোগধৰক অভয় দি ক'লে— "তুমি একো কৰিব নালাগে, মাত্ৰ কনকাক হাতত ধৰি প্ৰথমে ছুখোজমান আগবঢ়াই আনিবা, বাকীছোৱা বাট আমি নবৌক দাঙি আনো, চোঁচৰাই আনো, সেইটো আমাৰ কথা।" এই 'কনকা হৰণ' অভিযানৰ প্ৰস্তুটি চলাবলৈ আটাইযে সৰুটি আৰু মণিধৰক ভাৰ দিলে অৰ্থাৎ দুটা যুটীযা নেতা হ'ল। মণিধৰে আকৌ সৰুটিক প্ৰধান সেনাপতি পাতি সি নিজে পালি সেনাপতিহে হ'ল।

সৰুটিয়ে যোগধৰ আৰু কনকাৰ মাজত যোগাযোগ ৰাখিবৰ কাৰণে, যোগধৰৰ পেহীয়েকৰ জীয়েক কমলা আৰু বৰবামৰ হেমৰ ভনীয়েক তিলকাক নিয়োগ কৰিলে। সিইঁত দুয়োজনী সখী। তিলকাক শিকাই বুজাই কমলাৰ ওচৰলৈ পঠাই দিয়া হ'ল। কমলাই থাউকতে কনকাৰ মতামত আনি তিলকাক দিলেহি। কনকালৈ এইটো উপদেশ দিয়া হৈছিল — তাই যেন বৰকৈ বাহিৰলৈ নোলায় আৰু যাতে নন্দইঁতৰ পৰা গ -বচাই ফুৰে। কনকাই নিজেই সৰুটিহঁতৰ পৰিকল্পনাত সহযোগ দিয়াত পৰিস্থিতি ভালেখিনি সহজ হ'ল, নহলে সদল বলে গৈ তাইক অপহৰণ কৰাৰও চিন্তা কৰা হৈছিল।

শত্ৰুপক্ষ অৰ্থাৎ নন্দৰ দলটোৱে যাতে কোনো প্ৰকাৰে সৰুটিহঁতৰ পৰিকল্পনাৰ ফুট পাব নোৱাৰে, তাৰ বাবে সৰুটি আৰু মণিধৰে উপায়

এটা উলিয়ালে। তিলকা যেহেতু, ৰৰবামৰে ছোৱালী, তাই চাংমাই গাঁৱলৈ সঘনাই গৈ থকাটোৱে নন্দইঁতৰ মনত সন্দেহ জন্মাব পাৰে। সেই দেখি তিলকা আৰু কমলাৰ মাজত পোনপটীয়া যোগাযোগ কৰিবলৈ নিদি, সিহঁতৰ উমৈহতীয়া মাধ্যম হিচাপে নিযোগ কৰিলে হালধিবাৰীৰ চম্পাক। চম্পা দুয়োজনীৰে বান্ধৱী।

সৰুটিয়ে যোগধৰৰ হৈ, কনকালৈ ন ছোৱালীৰ প্ৰয়োজনীয় কানি-কাপোৰ, তেল টেঙা আদি পঠালে। কনকায়ো তাইৰ অয-অলঙ্কাৰ আদি এপদ দুপদকৈ কমলাৰ যোগেদি চম্পাইঁতৰ ঘৰলৈ পাৰ ক'ৰিলে। কনকাই হয়তো নিজে গৈ যোগধৰৰ ঘৰত সোমাই থাকিব পাৰিলহেঁতেন। পিচে, সেইটো কৰিলে তাই চিৰদিনলৈ চাপনী আখ্যা পালেহেঁতেন আৰু সৰুটিহঁতৰ প্ৰতিজ্ঞাও নৰ'লহেঁতেন। গতিকে সেইটো কৰাত দুযোফালৰপৰা বাধা।

নিৰ্দিষ্ট দিনা ৰাতি সাঁজ লগাৰ পাচতেই ৰৰবানৰ দলটো তিনি ভাগ হৈ তিনিফালে বেহুপাতি কনকাহঁতৰ ঘৰৰ তিনিফালে ৰ'লগৈ। প্ৰধান দলটো বাৰীৰ পিচফালে চোমনিখনত বৈ কনকালৈ সঙ্কেত দিবলৈ চল চাই থাকিল। এই দলতে স্বয়ং যোগধৰ আৰু সৰুটি আছিল। আধাঘণ্টা মানৰ পিচত সময় অনুমান কৰি, কনকা ওলাই আহি সৰুটিৰ-পৰা সঙ্কেত পালে। তাই ভিতৰলৈ গৈ, কোন ক'ত কেনেকৈ আছে, চাই-চিতি খৰ ধৰকৈ ওলাই আহিল আৰু চোমনিত থকা দলটোৰ লগ ললেগৈ। নিৰ্দেশ দি থোৱা মতে যোগধৰ আগবাঢি আহি কনকাৰ হাতত ধৰি 'পাণি গ্ৰহণ' কৰিলে। তাৰ পাচতেই চলিল অভিযান। আগত দুটা, পাচত দুটা, মাজত যোগধৰ কনকাক লৈ দলটো, ৰাজহুৱা আলিবাট এৰি পথৰুৱা বাট ললে। পথাৰখন পাৰ হৈ এখন খেৰ-বাৰীত সোমাল। ইতি সময়তে মাকে কনকাক চিএঞৰা শুনিবলৈ পালে। মাকৰ মাতে হয়তো কনকাক সাময়িকভাৱে শোকাভিভূত কৰি তুলিলে তাইৰ খোজৰ গতি মন্থৰ হ'ল আৰু এঠাইত বহি লৈ উচুঁপিবলৈ ধৰিলে। চাই থকাৰ সময় নহয়। "ন বৌ, মাফ কৰিবা দেই, এইবুলি কৈয়েই সৰুটিয়ে কনকাক দাং-কোলা কৰি লৈ, তাৰ ডিঙিত

ধৰি উলাৰ হবলৈ নিৰ্দেশ দি সি একপ্ৰকাৰ দৌৰ দিবলৈ ধৰিলে। এক ফাৰ্লং মান গৈ অলপ ভাল বাট পালেগৈ। তেতিয়াহে হয়তো কনকাই সকটিৰ কষ্টৰ কথা উপলব্ধি কৰিব পাৰিলে। তাই শোক তাপ পাহৰি সকটিক ক'লে, "মোক নমাই দিয়া, মই যাব পাৰিম।" সকটিয়ে তাইক নমাই দিলে, কিছুদূৰ গৈয়েই ডিমৌ নদীৰ দলং পালেগৈ। দলং পাৰহৈ স্বস্তিৰ বিশ্বাস পেলাই সিহঁত লাহে লাহে গৈ থাকিল। বাকী দুটা দলৰ এটাই দেখ-নেদেখ অ াতৰত সকটিহঁতৰ পিচতে গৈ আছিল। নিৰ্বিঘ্নে নদী পাৰ হোৱাৰ পাচত, সকটিহঁতক এৰি দলটো বৰবামৰ ফালে ঘূৰিল। আনটো দলে ৰাজবাটেদি, শত্ৰুপক্ষৰ একো উমান নাপাই হালধিবাৰীৰ হলধৰক কৈ গ'ল যে, ৰুক্মিণী-হৰণ কৰা হ'ল। নন্দহঁতৰ 'শিশুপালৰ দলটোৱে, ইচ্ছা কৰিলে দিখাৰী হাটত যুজি চাবলৈ যাব পাৰে। নন্দহঁতক খবৰটো দিবলৈ হলধৰেও গাত ললে।

* * * *

যোগধৰ-কনকাক নাওজানৰ মণিধৰৰ পেহীয়েকৰ ঘৰত দুদিন ৰাখি, তিনিদিনৰ দিনা ঘৰলৈ অনা হ'ল। নাম-কীৰ্তন পাতি ৰীতিমতে দৰা কন্যাক গৃহস্থি ধমত প্ৰবেশ কৰোৱা হ'ল। মেৰেলা কানীয়াৰ ঘৰলৈ মানুহ পঠাই, 'চোৰ ওলাই' গুৱাপানৰ শৰাই পেলোৱা হ'ল। অনেক খং-ৰাগৰ কৃত্ৰিম অভিনয় প্ৰদৰ্শনৰ অন্তত মেৰেলাই ৰাইজৰ ইচ্ছানুসৰি সৈমান হ'ল। পৰৱৰ্তী আনুষ্ঠানিক কাৰ্যবোৰ সমাধান হ'লত দুয়োঘৰৰ কুটুম্বিতা স্থায়ী কৰা হ'ল। নন্দৰ অন্তৰত প্ৰতিশোধ প্ৰৱণতাই ঠাই পালে।

নাম-কীৰ্তনৰ দিনা, আটাইবোৰ ডেকা আহি কনকাৰ হাতৰ চাহ-জলপান খাই মাতি-বুলি গ'লহি। প্ৰধান মানুহ সকটিক নেদেখি কনকাৰ মনত খুঁ-দুৱনি লাগি আছিল। গধূলি তাই যোগধৰক সুধিলে—"মোক কান্ধত লৈ 'কাঠৰ পকী ঘোৰা হৈ' ছুটি মেলা ডেকাজনক অথনি দেখা নাপালোঁ। দেখোন? তেওঁ ওচৰৰ মানুহ নহয় নেকি?" "সি ইয়াৰে, ওচৰৰে। সিহে তোমাৰ নিজা দেওৰেৰা।

অকণমান কথা এটাৰ কাৰণে কিজানি সি অহা নাই।” যোগধৰে এইবুলি কলত কনকাই কথাটো জানিবলৈ আগ্ৰহ কৰিলে। যোগধৰে হাঁহি মাৰি পুনৰ ক'লে, “এৰা, তুমি হয়তো আচৰিত হবা যে, সি এটা মুছলমান ল'ৰা। সেইদেখি নাম-কীৰ্তন চলি থকা দেখি কোনোবাই মনতে বেয়া পাব বুলিয়েই আজি নাহিল। কালিলৈ তাক মতাম, কি দিয়া, কি খুউৱা তুমি জানা। পিচে সি মোৰ নিজা ভাই স্বৰূপ, তুমিও তাক আপোন কৰি লব পাৰিলে মই ভাল পাম।” এইবুলি যোগধৰে নন্দহঁতৰ লগত হোৱা কাজিযাখনৰপৰা কনকাক অনাৰ মূলতে যে সকটি আছিল, এই সকলো কথা বৰ্ণনা কৰিলে। যোগধৰৰ মন বুজি কনকাইও সকটিক নিজৰ কৰি লবলৈ সংকল্প কৰিলে।

পিচদিনা জ-জলপান খুৱাই কনকাই সকটিৰ ডিঙত ধুনাম গামোছা এখন মেৰাই দি ক'লে, ‘সিদিনা ন-বৌৱেৰৰ দুখ পাতলাবলৈ যিদৰে কান্ধত তুলি লৈছিলা, পিচলৈও টানে-আপদে এবি নিদি তুলি-দাঙি ধৰিবা। ককাইটিয়েৰ অকলশৰীয়া হোল-গোজ ভকত, তুমিহে বোলে তেওঁৰ একমাত্ৰ ভাযেক।” কনকাৰ কথা শুনি সকটিৰ চকুপানী ওলাইছিল। সিযো ক'লে, “খোদাৰ কচম, ঈশ্বৰৰ শপত ন-বৌ, যোগ কাইটিৰ কাৰণে এই সকটি এতিয়া যেনে, পিচলৈও তেনে থাকিব। তুমিও তাৰ অন্যথা নহবা। দেশ-দুনিয়াৰ হাল-চাল বুজি বেযাটো এৰি ভালটো লবলৈ মাত্ৰ চেষ্টা কৰিবা। তোমাৰো দুখৰ ভাৰখন শক্তিয়ে আঁটে মানে পিঠিত তুলি লবলৈ এই ঘোৰাটো সাজু থাকিব।”

* * * *

বজাৰলৈ যাবৰ দৰকাৰ নাছিল যদিও সেইদিনা সকটি দিখাৰা বজাৰলৈ নোযোৱাকৈ নাথাকিল। নন্দহঁতক সি ‘চেলেঞ্জ’ কৰিছিল, নগলে সিহঁতে ভাবিব, ভয়তে নাহিল বুলি। গতিকে, কিবাকিবি বস্তু লৈ সি হাট পালেগৈ। সকটিয়ে তাৰ খেলৰ ‘স্পিচিয়েল্’ লাঠিদাল কাণমাৰি কৰি লৈ গৈছিল। ঠিকাদাৰৰ তলত কাঠ-মিস্ত্ৰিৰ যোগালি কাম কৰোঁতে সি এবাৰ এটা লাঠি-খেলৰ ওস্তাদ দেছোৱালী মানুহৰ

পৰা লাঠি-খেল শিকিছিল। হাটত তাৰ বস্তুখিনি গাঁৱৰে এটাক বেচিবলৈ দি, হাতত লাঠিদাল লৈ ইফালে-সিফালে ঘূৰি ফুৰোঁতে, এচুকত নন্দ আৰু তিনিটাক দেখা পালে। সিহঁতক নেদেখা ভাও ধৰি সি সেইখিনি পালেগৈ। তাতেই চাউলৰ পোহাৰ মেলি বহি থকা 'ফাকুকে' সকটিক মাত লগালে 'কি ৰে, দোচ্। একদম লডাইৱালা মাফিক আহিলি যে। বৰ বটিয়া দাণ্ডা লৈছ দেই।" এইবুলি ফাকুকে সকটিৰপৰা লাঠিদাল লৈ সোঁ-মাজত আঙুলি দুটাৰে টেপা মাৰি ওলোমাই ধৰি ফেৰ জুখি চাই ক'লে, "আৰে, এইদাল দেখোন খেলৰ বটিযা লাঠি। তই কি খেল জান?" ফাকুকৰো অলপ সেই বিষয়ে অভিজ্ঞতা আছিল দেখি, সি বুজি পাই সুধিলে। "খেল নাজানিলে কিন্তু এই লাঠিৰে যুজিবলৈ হলে তইহে মাৰ খাবি। ইয়াৰ ওজন আগে-গুৰি য সমান হোৱাৰ কাৰণ এমূৰে ধৰি মাৰিলে জোৰ'টা কম হয়, খুব খৰকৈ চলাবও নোৱাৰি। আনে তিনিমাৰ দিওঁতে তই এমাৰহে দিব পাৰিবি।"

—"বুৰ্বক, সেইদৰে আনৰপৰা মাৰ খাবলৈ মোক চেলুৱা পাইছ নেকি? যেনে লাঠি তেনে কাম।"

—"তাৰ মানে তই লাঠি-খেল জান? ঘূৰাই দেখা না এবাৰ। তই কেইটাক পাৰিবি চাই লওঁ।"

—"এক ডৰ্জন, দুই ডৰ্জন আহিব পাৰে, পৰোৱাই নকৰোঁ।"

—"তেবে দেখাই দে, এটা বগা চুৰট বকৃচিচ্ দিম।'

—"ঠিক আছে, তই এটা কাম কৰিবি। মই 'হুঁচিয়াৰ' বুলি ক'লে তই তোৰ দগাবোৰ মোৰ গালৈ জোৰেৰে দলিয়াবি। দা-লাঠি, যি খুচী দলিয়াই থাকিব পাৰ। ওচৰলৈ নাযাবি কিন্তু মূৰত লাগিলে নাৰিকল গুডা হৈ যাব।"

সকটিয়ে আঁৰ চকুৰে দেখিলে নন্দহঁতে সিহঁতৰ কথাবোৰ কাণ-সৰালি মাৰি শুনি আছে। মুকলি বজাৰত এনেকৈ মানুহৰ আগত লাঠি ঘূৰাহ দেখুউৱাটো বাজে কাম হব যদিও নন্দহঁতক ভয় দেখুৱাবলৈ এয়েই ভাল সুযোগ বুলি সকটিয়ে ভাবিলে। তেতিয়া হলে সিহঁতে

ভৱিষ্যতে যোগধৰক 'ভই' বুলিবলৈকো সাহস নকৰিব। সাভে-সোভেৰে, সৰুটিয়ে ফাকুকৰ পিচফালে থকা মুকলি ঠাইডোখৰলৈ গ'ল। ধুতিৰ কমৰটো কচি ললে, চোলাৰ হাত দুটা কুঁচাই ললে, তাৰ পাচত হাতত থুই অলপ লগাই খহটা কৰি লৈ লাঠি ঘূৰোৱা আৰম্ভ কৰিলে। দহ চেকেণ্ড মানৰ ভিতৰতে সৰুটিৰ লাঠিয়ে পূৰ্ণ গতিবেগ ললে। প্ৰথম অৱস্থাত তাৰ মূৰৰ ওপৰত আৰু গাৰ চাৰিওফালে কেইখন মান কঁাহীয়ে আৱৰি থকা যেন দেখা গৈছিল, পিচত যেন ডাঙৰ ছাতি এটাইহে মানুহটোক ঢাকি ধৰিছে, এনে দেখা গ'ল। সেই সময়তে সৰুটিয়ে 'হুঁচিয়াৰ' বুলি চিঞৰিলে, ফাকুকে তাৰ সৰু সৰু দগাবোৰ খুব জোৰেৰে সৰুটিৰ গালৈ মাৰিবলৈ ধৰিলে। দগাবোৰ খট্‌খট শব্দ কৰি ওফৰি পৰিল। তাৰ পাচত ওচৰৰ আন এজনৰ লাঠিদাল লৈ, যাঠি মৰাৰ দৰে সৰুটিলৈ মাৰি পঠালে। লাঠিদালও ওফৰি দূৰত পৰিলগৈ। তাকে দেখি ফাকুকে হাত-তালি দিলে, তাৰ লগে লগে ওচৰৰ আটাই-বোৰে হাত-তালি দিবলৈ ধৰিলে। চাবাচ দোচ। খেলা খতম।" —বুলি ফাকুকে চিঞৰাত সৰুটিয়েও 'হু চিয়াৰ' বুলি চিঞৰি লাঠিদাল ওপৰলৈ মাৰি পঠালে। কঁাহী এখন যেন ওপৰলৈ গৈ তললৈ নামি আহিল, সৰুটিয়ে খপ্‌কৈ লাঠিদাল ধৰিলে। ফাকুকে সৰুটিৰ পিঠিত চাপৰ মাৰি তাৰ মুখত বগা চুৰত এটা ধৰাই দি জুইশলা কাঠি এটা মাৰি লগাই দিলে।

ইতিমধ্যে নন্দহত গ'লগৈ। সৰুটিৰ উদ্দেশ্য সিদ্ধি হ'ল। মাহৰ মাৰ দেখি তিলে বেত মেলিলে', নন্দইতে ত্ৰাহি মধুসূদন সুঁৱৰিলে। সৰুটিৰ বলবীৰ্যৰ বিষয়ে ইতিমধ্যে অঞ্চলটোত জনাজনি হৈছিল। বলী মানুহৰ কাহিনী ওলালেই সৰুটিৰ কথা উল্লেখ কৰা হয়। এই সংক্ৰান্তত দুটা উদাহৰণ উল্লেখ কৰিব পাৰি।

বৰবামৰ কলিমনৰ ন-কৈ সজা ভঁৰালটোৰ, খুটা কেইটা কলিমন আৰু আন তিনিটা ডেকাই গাঁতে গাঁতে বহুৱালে। কঠালৰ খুটা, যথেষ্ট গধুৰ। এটা কিছু ডাঙৰ আছিল, সেইটো চাৰিওটাই লাগি খুঁজি মূৰটোকে ডাঙিব পৰা নাছিল। এনেতে যাওক, সৰুটি গৰিয়া

সেইপিনেদি। তাক দেখিয়েই খুটাটো ধৰি দিবলৈ মাতিলে। কলিমনে সকটিয়ে খুটাটোৰ কাষ চাপি ধেমালিতে ক'লে, "হেৰ! তহঁত চাৰিটায়ে এই খুটাটোকে দাঙিব পৰা নাইনে? শুচ। আঁতৰ হ।" এইবুলি সকটিয়ে কমৰ কচি, হাতৰ 'মাস্তুল' তুলি ৰহইচ্ কৰি খুটাটোৰ মূৰটোত ধৰি বল দি চালে। কি আচৰিত। খুটাটো দাং খাই উঠিল। আৰু এটা চিপ্‌মাৰি সি তাৰ কান্ধত খপ্‌কৈ থুৱাই থলে। সকটিয়ে নিজেই বিশ্বাস কৰা নাছিল যে, চাৰিটা মানুহে নোৱাৰা খুটাটো সি অকলে দাঙিব পাৰিব। সকটিৰ বলৰ কথা ফুটিফাটি গ'ল।

সকটি গৰিয়াৰ বল-বীৰ্যৰ প্ৰমাণ হয় ম'হ যুজৰ সময়ত। তেতিয়াৰ দিনত মাঘ বিহুত ম'হযুজ কৰোৱাটো এটা লেখৰ উৎসৱ। অঞ্চলটোত কাৰ কাৰ যুজাব পৰা মতা ম'হ আছে ৰাইজে জানে। সেইমতে ৰাইজ গৈ পথাৰত গোট খায আৰু ম'হৰ গৰাকীৰ ওচৰলৈ কটকী পঠায়। " 'অত্‌নাখন ৰাইজে ম'হটো যুজাই ৰং চাব খুজিছে, বিমুখী কৰিব নাপায়'। 'ৰাইজৰ শাওত গৰুড়ৰো পাখা টুটে', (স্বয়ং কৃষ্ণইও ৰাখিব নোৱাৰে) তেনেহে ৰাইজৰ আগত ম'হটো কোন কূটা।" এনে ভয-ভক্তি-ভাৱত গৰাকীয়ে ম'হ দিবলৈ আপত্তি নকৰে। ম'হৰ গৰাকীলৈ অন্য সুবিধা এটা আহিব পাৰে। যিটো ম'হযুজত হাৰে সেইটো জাকত চৰিবলৈ এৰি দিব পাৰে, চৰাই ফুৰিবলৈ এটা মানুহ অনবৰত লাগি থকাৰপৰা ৰেহাই পায়।

ম'হ যুজৰ আগতে আৰু এটা কথালৈ ৰাইজ আৰু ম'হৰ গৰাকীয়ে লক্ষ্য কৰে, সেইটো হৈছে—যুজ কৰাবপৰা মানুহ আছেনে নাই। ম'হ দুটাই যেতিয়া কাপ যুজ কৰে, তেতিয়া শিঙৰ আগ লাগি চকু ফুটিব পাৰে, এটা হাৰি পলাই যাওঁতে, জিকাকটোক থিতাতে ৰখাই নাকি লগাব পাৰিব লাগিব। তাকে কৰিব নোৱাৰিলে ইটো ম'হক খেদি খেদি শল-ঠেকত পেলাই মাৰি পেলাব পাৰে। সেই কাৰণে চকুত শিং লাগিলে লঠিয়া মাৰি বকু বচাবলৈ আৰু জিকাকটোক জব্দ কৰিবলৈ কেইটামান সাহসী, কাজুৱা, বলৱান মানুহৰ প্ৰয়োজন হয়। এই কামটো বৰ বিপজ্জনক। হাতত টোকন লৈ ম'হ দুটাৰ নীচেই

ওচৰত থাকিব লাগিব। জিকাক ম'হটো বাখিবলৈ চাৰিটা মানুহে একে সময়তে চাৰিটা কাম কৰিব লাগিব। এটা ম'হে কাপ-যুঁজ এৰি পৃষ্ঠ ভঙ্গ দিয়াৰ লগে লগেই এজনে টোকনেৰে জিকাকটোৰ শিঙত পূৰ্ণহুতীয়া মাৰ ঘুটামান দিব লাগিব, এজনে পিচু ঠেং দুটাৰ মাজত টোকন দাল ভৰাই জোৰেৰে টানি থাকিব লাগিব , যাতে ম'হটোৱে আগলৈ যোৱাত বাধা পায়। এজনে ম'হটোৰ নেজত ধৰি, পথলুৱাকৈ টানি থাকিব এই কামেও তাক আগলৈ যোৱাত বাধা দিযে। ম'হটো শিঙত মাৰ খাই, পিচৰ ঠেঙত লাঠিৰ বাধা পাই, নেজৰ টানত অসুবিধা পাই, ক্ষন্তেক থমকি ৰবলৈ বাধ্য হয় আৰু তেতিযাই, চতুৰ্থজনে নাকৰ নাকি বিন্ধাত আঙুলি সোমোৱাই ধৰি নাকি ভৰাব পাৰিব লাগিব। ইযাৰ অন্যথাই—ম'হটো ডেৰ-দুই নলমান দৌৰি যোৱাৰ পাচত, তাক বাখিবলৈ অসম্ভৱ হৈ পৰে।

অঞ্চলটোত এনে সাহসী ডেকাৰ সংখ্যা অতি কম। বৰবামৰ সকটি গৰিয়া, দিহিঙ্গীয়া গাঁৱৰ সকচকু ( ত্যাৰ চকুকেইটা বৰ সৰু ), কেৰেকণিৰ ডুমুনা আৰু হালধিবাৰীৰ হাড়কোলা ( তাৰ গাৰ বৰণ এঙ্কাৰ ক'লা ) সেই সময়ৰ ম'হ যুঁজৰ 'ৰেফাৰী' বীৰ আছিল। ইহঁত কেইটা থাকিলে ম'হৰ গৰাকী আৰু ৰাইজ নিৰ্ভয় হব পাৰে। অন্যথা, ম'হৰ হানি-বিঘিনীকে ধৰি মানুহৰো বিপদ হব পাৰে। এবাৰ তেনে এটা শোকাবহ ঘটনা ঘটিছিল।

কেৰেকণি চুকৰ হুলিবামৰ এটা ম'হ আছিল, গলধন ধৰা তেহেলি-পিছল হৈ। ইপিনে কলালুৰৰ হেমেধৰৰো এটা বঙালী ম'হ আছিল। বঙালী ম'হৰ গলধন নধৰে। ইয়াৰ শিঙৰ আগ বগা হয়। বঙালী ম'হে বৰ লেকেতা-কাপযুঁজ কৰে। পুৱাবেলাৰপৰা আবেলি পৰ্যন্ত দীঘলীয়া যুঁজ চলে। ৰাইজে আৰম্ভণিতে কিছু সময় যুঁজ চাই, ঘৰলৈ গৈ ভাত পানী খোৱাৰ পাচত, এঘুমটি শুই লৈ, পথাৰলৈ আহিও যুঁজ চাবহি পাৰে , মাত্ৰ ম'হ দুটা পৰস্পৰ সমকক্ষ হব লাগে। সেইবাৰও ৰাইজ আহি বৰফুকন আলিত গোট খালেহি। ম'হ দুটা যুঁজাৰৰ কাৰণে কথন-মথন চলিল। পিছে এটা জেঠা ওলাল 'ৰেফাৰী'ৰ

দলটোৰ মাত্ৰ সকচকুহে আছিল সকটি, ভুমুনা আৰু হাড়কোলা নাছিল। বাইজে সিহঁত কেইটা নথকাৰ কাৰণে ম'হ যুঁজাবলৈ মত নিদিলে। কিন্তু অন্য চাৰি-পাঁচটা মান ডেকা ডাক্টোপ মাৰি ওলাল, "কি সকটি, হাড়কোলাইঁতহে মানুহনেকি? আমি ম'হ যুঁজাব নোৱাৰোনেকি? বলহঁক ম'হ আনোগৈ।"—এইবুলি দুয়ো ঘৰলৈ গৈ ম'হ আনিলেগৈ। বঙালী ম'হৰ গৰাকী হেমেধৰে, সকটি-হাড়কোলাইঁত নাই বুলি জানি ম'হ দিবলৈ টান পাইছিল, কিন্তু বাৰে বাৰে ম'হ খুঁজি তাৰ চোতালত সিহঁত কেইটাই হৰিধ্বনি কৰি থকাত দিবলৈ বাধ্য হ'ল। ম'হ দুটা মাজ-পথাৰলৈ নি নাকি খুলি দিয়া হ'ল। ম'হৰ এটা চেও আছে। প্ৰথমে মূৰে মূৰে খুন্দা মাৰি, দুয়োটা পিচ হুঁহকি যায়। তিনি-চাৰি নলমান আঁতৰি গৈ দুয়োটা টাং পাতি ৰয়গৈ। যুঁজিবলৈ মন নকৰিলে এনে অৱস্থাতেই মূৰ জোকাৰি জোকাৰি দুয়োটা দুফালে গুচি যায়গৈ বা এটা মূৰ দাঙি চাই থাকে আনটো যায়গৈ। এনেকৈ কেতিয়াবা এবাৰ বা কেতিয়াবা দুই-তিনিবাৰ খুন্দা মৰাৰ পাচত, কাপ-যুঁজত ধৰে। হলিৰাম আৰু হেমেধৰৰ ম'হ দুটাই, দুবাৰ খুন্দা মৰামৰি কৰাৰ পাচতেই কাপযুঁজ আৰম্ভ কৰিলে। যি কেইটা ডেকাই ম'হ দুটা যুঁজাবলৈ ফিতাহি মাৰি আনিছিল, সিহঁতে কাৰ্যত সেই সাহস দেখুৱাব নোৱাৰিলে। ম'হৰ আঁতৰে আঁতৰে এনেদৰে আছিল যেন গাৰি ফালে আছিলেই দৌৰি পলাব পাৰে। ইপিনে বঙালী ম'হটোৰ চুটি চুটি শিং দুটাৰ আগ ইটো ম'হৰ চকুৰ কাষত বাৰে বাৰে লাগিবলৈ ধৰিছিল। তাকে দেখি দৰ্শকে দুটাক দুফালে, চকুৰপৰা শিং একৰাবলৈ ওচৰত থাকিবলৈ ক'লে, কিন্তু এটাও যাব নোৱাৰিলে। তেতিয়া আটাইয়ে সকচকুক যাবলৈ ক'লে, নহলে যে, ম'হটোৰ চকু ফুটি ঘুণীয়া হব। সকচকুৱে ডেকাকেইটাৰ মৰভয় দেখি, সিহঁতৰ লগত সহযোগ কৰা নাছিল, কিন্তু বাইজৰ কথাত যাবলৈ বাধ্য হ'ল। সি অকলে 'চকুৰচোৱা' কামত দুয়োফালে চাবলগা হ'ল। সকচকুৱে নিজৰ কাম নিয়াৰিকৈ কৰি গ'ল আৰু বাকী কেইটাক শেষত কৰিব-লগীয়া কামৰ কাৰণে সাজু হৈ থাকিবলৈ ক'লে।

পুৰাবণৰা আবেলিলৈকে এই যুঁজ চলিল। শেষত বঙালী ম'হটো যুঁজ এৰি পলাল। জিকাকটোক শিঙত মাৰ মাৰি কন্তেক খমাবলৈ সকচকু সক্ষম হৈছিল, কিন্তু নাকত ধৰি নাকি লগাবলৈ, পিচ ঠেঙত লাঠি ভৰাবলৈ বা নেজত ধৰি টানিবলৈ বাকী কেইটা আগবাঢ়ি নহাত, ম'হটোৱে সকচকুৰ বাধাকে কেবেপ নকৰি সিটো ম'হ খেদিলৈ গ'ল। বহুল পথাৰখনতে খেদাখেদি কৰি ম'হদুটা চাৰি পাক মান ঘূৰিল। এবাৰ এটা ডাঙৰ বিধৰ বঁকিয়া, পলৰীয়া ম'হটোৱে জাঁপ মাৰি পাৰ হবলৈ লওঁতেই, পিচৰটোৱে টিকাত খুন্দা মাৰি দিলেগৈ। ভাল চম্ভালিব নোৱাৰি বঙালি ম'হটো পৰি গ'ল। ইটোৰ উপৰ্যুপৰি আক্রমণত সি আৰু উঠিব নোৱাৰিলে। দিনৰ দিনটো যুঁজি এনেয়ে লেবেজান হৈ পৰিছিল, তাতে প্রচণ্ড খুন্দা আৰু খুঁচ খাই, তিনি-চাৰিবাৰ মান ডেভাউৰিয়াই, মুৰ পেলাই দিলে। সকচকু গৈ নাপালে-গৈয়ে। দুই মিনিট মান গেঁঠাই থাকি ম'হটোৰ প্রাণবায়ু উৰি গ'ল।

বাইজ চাপ খাই আছিল। ডাঙ্কোপ মৰা ডেকাকিটাক বাইজে বৰ তিৰস্কাৰ কৰিলে। এজুম মানুহে বটী-কাণমাৰি লগাই শ'-টো হাবিৰ কাৰলৈ চুঁচৰাই নিয়া কামত মন দিলে। মৰা ম'হৰ গৰাকী হেমেধৰে কান্দি-কাটি শুৱাপাণ এশৰাই লৈ, বাইজত আঁঠু ললেছি। বাইজে আশীর্বাদ দিলে। কোনোবা এটাই কাপোৰ এখন মাটিতে পাৰি দি শৰাইখন তাৰ ওপৰত থলে। হাঁতে-জেপে যাৰ যি পা-পইছা আছিল, কাপোৰখনৰ ওপৰত দলিয়াবলৈ ধৰিলে। এইদৰে তিনিকুৰি টকা সংগ্রহ হ'ল। তেনে এটা উঠন ম'হৰ দাম চাৰি-পাঁচ কুৰিৰ ভিতৰত হব। যিখিনি কম পৰিব, সেইখিনি টকা সকচকুৱে বাহিৰে, বাকী ফিস্তাহ মৰা ডেকা কেইটাই ভৰিব লাগিব বুলি বাইজে ঘোষণা কৰিলে, সিহঁতেও মানি ললে।

ম'হযুঁজত দেখুউৱা, সকচি পৰিয়াৰ মহত্তালিৰ কথা নন্দহঁতেও জানে। 'বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰাই ভাল' বুলি সকচিৰ লাঠি-খেল দেখাৰ পাচত, যুঁজিবলৈ মতলব কৰি অহা নন্দহঁতৰ দলটো আঁতৰি গ'ল।

* * * *

যোগধৰৰ এটি পুত্ৰ হ'ল। নাম ৰাখিলে মহেন (মহেন্দ্ৰ নাথ)। সকটিয়ে বুলিলে 'মইনা'। মইনাৰ পাচত দুটি সন্তান উপজিয়েই হানি হ'ল। দুবছৰ মানৰ বিৰতিৰ পাচৰ চতুৰ্থ সন্তানটি ল'ৰা। ভালে-কালে থাকিল। তাৰ নাম থলে হৰেণ (হৰেন্দ্ৰ নাথ)। সকটিয়ে তেতিয়া মহেনক 'বৰমইনা' আৰু হৰেণক 'সৰুমইনা' বুলিবলৈ ধৰিলে। দুয়োটাৰে এতিয়া ঘৰুৱা নাম সেই দুটাই হ'লগৈ।

বৰমইনাৰ লগত সকটিৰ বন্ধুত্ব অতি গাঢ় আছিল। সকটিক পালে বৰমইনাক কাকো নালাগে। 'দাইটি' বুলি কব পৰা বয়সৰ লগে লগে, বৰমইনাৰ জুলুম সকটিয়ে যথেষ্ট সহ্য কৰিবলগা হৈছিল।

মুছলমানে হেনো বয়সত ডাঢ়ি ৰাখিব লাগে, এইটো বোলে ধৰ্মাচৰণৰ প্ৰধান কথা। বুঢ়াসকলে বৰকৈ কোৱাত সকটিয়ে ডাঢ়ি ৰাখি পকা মুছলমান হবৰ মন কৰিলে (আচলতে তাৰ ইচ্ছা নাছিল)। দুই আঙুলমান দীঘল হৈছিলগৈ। পিচে, ইতি সময়তে সকটিৰ ডাঢ়িৰ প্ৰধান শত্ৰু হৈ দেখা দিলে বৰমইনা। ইমান দিনে বৰমইনাই সকটিৰ ডাঢ়িৰ ওপৰত কোনো প্ৰকাৰৰ বিতুষ্ট হোৱা নাছিল। হঠাৎ এদিন বৰমইনাই সকটিৰ কোলাত উঠি থাকোঁতে, তাৰ ডাঢ়িকোছাত ধৰি আঁজুৰিবলৈ ধৰিলে। সকটিয়ে কোনো প্ৰকাৰে বৰমইনাৰ মন তাৰ ডাঢ়িৰপৰা আঁতৰাব নোৱাৰিলে, হৰেক প্ৰকাৰৰ ফুচুলনিয়েও কাম নিদিলে। দুখ পাই উঃ-আঃ কৰি চিঞৰা দেখি, কনকাই পেটে পেটে বৰ ৰং পালে। তাই আঁতৰৰপৰাই বৰমইনাক দাবী দিলে—"হেৰ, অধৰমী। তই দেখোন দাইটিয়েৰৰ ডাড়িবোৰ উঘালিয়েই পেলাবি এতিয়া। এ'ৰদে হেৰ, লোকৰ ধৰ্মটো ডাঢ়িত যে ওলমি আছে নাজাননে? দাইটিয়েৰৰ ডাঢ়ি উঘালিলে, ধৰ্মটোও যে উঘাল খাই যাব নাজাননেকি? নহলেনো ডেকা বয়সতে দাইটিয়েৰে ডাঢ়ি ৰাখি ভোবোলা হয়নে?" ইমানদিনে কম বুলি ভাবি থকা কথাটো কৰবলৈ সুবিধা পাই কনকাই আওপকীয়াকৈ একাচ মাৰিলে।

সেইদিনাৰেপৰা সকটিৰ ডাঢ়িৰ ওপৰত শিশু বৰমইনাৰ যি আক্ৰমণ

আৰম্ভ হ'ল, সি আৰু বন্ধ নহ'ল। নানা প্ৰকাৰৰ ছল-চাতুৰীয়েও সৰুটিক শত্ৰুপক্ষৰ লগত সন্ধিৰ বাট উলিওৱাত সহায় নকৰিলে। যেতিয়াই-তেতিয়াই ববমইনাই সৰুটিৰ কোলাত জাপ মাৰি উঠি ডাটি-কোছাত খামুচি ধৰে। বাধা পালে চিঞৰ সোধায়। এদিন কনকাবো, সৰুটিৰ অৱস্থা দেখি বেয়া লাগিল হব পায়, "ইনো এইটো কি ঢেও ধৰিলে? তুমিহে লাই দি দি বেয়া কৰিছা।" এই বুলি ববমইনাক সৰুটিৰ কোলাৰপৰা টানি আনি ভালকৈয়ে ছুচকামান দিলে। ল'ৰাই দৌৰি গৈ পুনৰ সৰুটিৰ কোলাত সোমাই কেঁকুৰি কেঁকুৰি বহুত পৰ কান্দিলে। শেষত তাৰ কোলাতে কান্দি কান্দি ভাগৰি শুই পৰিল। চুৰ্ঘোৰ টোপনি ধৰি থাকোঁতেও মাজে মাজে ল'ৰাটো হিকটিয়াই থকা দেখি সৰুটিয়ে অন্তৰত বৰ আঘাত পালে। ডাটিৰ শুৰিত পোৱা ফৰ্কৰণি সি পাহৰি গ'ল, ববমইনাৰ পিঠি মোহাৰি থাকোঁতে তাৰ চকুৰপৰা, অজানিতে কেইটোপাল মান পানী ওলাই গালেদি বাগৰি আহি, ডাটিৰ শুৰিত সোমাই যেনিতেনি বিয়পি গ'ল।

হিকটিয়াই থকা ঘুমন্ত নিষ্পাপ শিশুটিৰ মুখলৈ চাই থাকি সৰুটিৰ এটা ভাৱ খেলি গ'ল। সি যেন ববমইনাৰ অন্তৰৰ কথা শুনিবলৈ পাইছে, "দাইটি, তোমাৰ প্ৰিয় বস্তুৰ ওপৰত হাত উঠাই মই অনুতপ্ত হৈছোঁ। ময়ো তোমাৰ প্ৰিয়, সেয়েহে মোৰ প্ৰতি থকা, তোমাৰ দৰ-দৰ চকুপানীৰেই মই তোমাৰ ঠুঁটৰিৰ যন্ত্ৰণা উপশম কৰিছোঁ। দুয়োটা বস্তু তোমাৰ কাৰণে সমানে মৰমৰ হব নোৱাৰে। কোনটোক ৰাখিবা নিজে বাচি লবা। মোক বা ডাটিক।"

পিচদিনা সৰুটি আহিছিল, আগৰ দৰেই। কি আচৰিত! আগ-দিনা সি ভৱাৰ দৰেই ববমইনাই আচৰণ কৰিলে। যি ববমইনাই সৰুটিক দেখি দৌৰি আহি গাত ধৰেহি, কোলাত উঠেহি, সেই ল'ৰাই সিদিনা এক অভাৱনীয় আচৰণ দৰ্শালে। সৰুটিৰ ওচৰলৈ দৌৰি আহিল হয়, কিন্তু তাৰ ডাটিকোছালৈ একেথৰে চাই থাকি কোলাত উঠিবলৈ সঙ্কোচবোধ কৰিলে। সি যেন সৰুটিক প্ৰশ্নহে কৰিছে, "দাইটি! মোক লাগে নে ডাটি লাগে? কালিয়েই কৈছিলোঁ নহয়,

ছুয়োটা নোপোৱা বুলি।" সি আৰু কষ্টেকো নব'ল। পোনচাটেই চকলিয়া পালেগৈ আৰু হাজামৰ চকীত বহি ডাটিখিনি চুঁচি-মাজি কটাই পেলালেগৈ। পিচদিনা থুঁতৰিত গামোচা এখন মেৰাই লৈ, সৰুটি ববমইনাৰ ওচৰত থিয় দিলেগৈ। ববমইনাই প্ৰথমে চিনিবপৰা নাছিল, পিচত গামোচাখন গুচাই দিয়াত সি উকলিকৃত হৈ সৰুটিৰ ভৰি দুটাত সাৱটি ধৰিলে। সৰুটিয়ে তাক কোলালৈ তুলি ললে। ববমইনাই কোলাত উঠিয়েই সৰুটিৰ ডাটি নাইকিয়া মিহি থুঁতৰিটো মোহাৰিবলৈ ধৰিলে। তাৰ ফুল কোমল হাতৰ পৰশত সৰুটিয়ে পৰম প্ৰশান্তি অনুভৱ ক'ৰিলে। বাবাগুৱাত সৰুটি আৰু বৰ মইনাৰ মাজত সন্ধি স্থাপন আৰু সৰুটিৰ ডা'ঢবিহীন মুখ দেখি কনকাৰ বুজিবলৈ বাকী নাথাকিল। তাই মিচিকিয়া হাঁহি এটা মাৰি ভিতৰলৈ গৈ যোগধৰক গোটেই ঘটনাটো ক'লে। যোগধৰৰ কথাখিনি সৰুটিৰ কাণত পৰিল, "সি এইটো ভাল কাম নকৰিলে। আকৌ তাক ডাটি ৰাখিবলৈ ক'বা। ববমইনাইনো কিমান দিনলৈ আমনি কৰিলেহেঁতন।" কনকাই সৰুটিক ক'লেহি, "ককাইটিয়েৰে তুমি ডাটি কটাৰ পৰা বেয়া পাইছে। আকৌ ডাটি ৰাখিবলৈ কৈছে। মুছলমানে বোলে ডাটি ৰখাটো ভাল।" সৰুটিয়ে ক'লে, "তোমালোক বা মোতকৈ ববমইনাইহে জানে, ডাটি ৰখাটো ভালনে বেয়া। মই বৰ্তমান ইয়াৰ কথামতেই চলিছোঁ। সৰু সৰু ল'ৰা ছোৱালীবোৰ জানো ঈশ্বৰ নহয়। ববমইনা ঈশ্বৰে, মোক ডাটি ৰাখিবলৈ কোৱা নাই, মই নাৰাখোঁ।" সৰুটিয়ে নিজকে ধিকাৰ দিলে, তাৰনো লোকৰ কথা শুনি ডাটি ৰাখি মুছলমানৰ চং দেখুৱাবলৈ কি চুটথঁৰে খাইছিল। সিতো বটিয়াকৈ বুজিছিল যে, বামুণৰ ব্ৰাহ্মণত্ব লগুণত নাথাকে, সন্ন্যাসীৰ সন্ন্যাস ভস্মধূলা বা জটাত সিদ্ধ নহয়, সেইদৰে ডাটিতও মুছলমানৰ 'ইছলাম্' ওলমি নাথাকে।

* * * *

সংস্কৃতিৰ দিশতো ববৰমীয়া সকল একেবাৰে পিচপৰা নাছিল। খা-খবালি আৰম্ভ হোৱাৰপৰাই বহাগৰ বিহুলৈকে, নাট-ভাওনা, নাম-কীৰ্তন, ঢোলে ডগৰে ববৰাম মুখৰিত হৈ থাকে। সৰুটি মুছলমান

কাৰণে, হিন্দুৰ ধৰ্মীয় সংস্কৃতিৰ নাট-ভাওনা আদিত অভিনয় নকৰে ; উভয় ধৰ্মৰে বাধা নিষেধ মৰ্য্যাদা ৰক্ষা কৰে। তথাপি অনুষ্ঠানক আদিৰপৰা অন্তলৈকে, প্ৰস্তুতি পৰিচালনা আদিত সকটি গৰিয়া এক অপৰিহাৰ্য ব্যক্তি।

কন বায়নেই গাঁওখনৰ মুখ্য বায়ন। তাৰ অবিহনে ভবিষ্যতে চলাব পৰাকৈ কনে ডেকাহঁতৰ মাজত এটা বায়নীষা দল তৈয়াৰ কৰিছে। অৱশ্যে নাট-ভাওনা সম্পূৰ্ণ চলাব পৰাকৈ দৰকাৰী শিক্ষাখিনি এতিয়ালৈকে কোনেও লব পৰা নাই। নৰ আৰু মুকুতাৰে তাৰ শিক্ষাখিনি দি যাবৰ মনস্থ কৰিছে। গায়ন হব পৰা চাৰিটা ল'ৰা ওলাইছে। তাৰ ভিতৰত ভোগধৰৰ মাতটো বৰ মিঠা। দীঘলীয়া ৰাগবোৰ খট্‌কা নলগাকৈ টানিব পাৰে। কনে নৰ আৰু মুকুতাক একোটাকৈ খোল দি, নিজেও এটা লৈ, নানা গীত-ৰাগ, প্ৰবেশ প্ৰস্থান, ভিন ভিন্ যুদ্ধৰ চাপৰবোৰ শিকায়।

আখৰাৰ সময়ত সকটিয়ে খোলৰ বোলবোৰ মনোযোগেৰে শুনি থাকে। খোলৰ বোল চাপৰবোৰ শুনোতে শুনোতে সকটিৰ মুখস্থ হৈ গৈছেগৈ। সি আঁতৰৰপৰাই, খোলৰ মাত শুনি কৈ দিব পাৰে, খোল কোনে বজাইছে, ৰজা ৰাণী, অসুৰ আদি কাৰ প্ৰৱেশ ঘটিছে।

কৃষ্ণ ভগৱান ওলালে সকটিৰ অন্তৰত ভক্তিৰ উদ্ৰেক হয়, সিযো আন সকলৰ লগতে হৰিধ্বনিত উচ্চৈস্বৰে যোগ দিয়ে। আন অভিনেতা-বোৰৰ পোছাক-মুকুট, পুৰণা ফটা-চিটা হলেও অপাৰ্থকত চলি যায়। কিন্তু কেনেবাকৈ কৃষ্ণ-ভগৱানৰ পোছাক বেয়া হলে সকটিৰ বৰ খং উঠে। সেই কাৰণে কৃষ্ণ থকা নাট-ভাওনা হলে সি দুদিন বা এদিনৰ আগতে অনা পোছাকটো প্ৰথমে চায়। বেয়া দেখিলে ভাল এটা অনাৰ ব্যৱস্থা কৰে। দিগদাৰী হলে সি নিজেই শিৱসাগৰলৈ গৈ পকেটৰ পইছা খৰচ কৰি হলেও, কৃষ্ণৰ পোছাক এটা আনেগৈ। এই বিষয়ত সকটিয়ে বৰ গুৰুপূৰ্ণ যুক্তি এটা দেখুৱায়—সি কয়, "সপ্তদ্বীপৰ ৰজা-মহাৰজাও ভাল-দৰিদ্ৰ হব পাৰে, ফাল-ছিগা ভিকহু হব পাৰে। কিন্তু যি ত্ৰৈলোক্যৰ হৰ্ত্তা-কৰ্ত্তা বিধাতা, সমস্ত ঐশ্চৰ্যৰ গৰাকী লক্ষ্মীদেৱীয়ে

যিজনৰ চৰণত সেৱা কৰি আছে, সেইজন কৃষ্ণক ভ্রিকহ সজালে শোভা নাপায়। অভিনয় হলেও, সাজে-পোছাকে দর্শনত ভক্তিৰ ভাব উদয় হব লাগে।" ৰজা, পাত্র-মন্ত্রী, সৈন্য-সেনাপতি আদিৰ পোছাক ৰজিতা খাই পৰিছেনে নাই, সেইটো সকলোৱে পোছাক পিন্ধাৰ পিচত সকটিয়ে এবাৰ 'গ্ৰীণ'ৰুমত সোমাই চাই লয়। সি নগলেও পৰিচালকে মাত্তি নি দেখুৱায়।

নাটৰ ভাও বিতৰণৰ সময়ত ডেকাহঁতৰ মাজত, খামখেয়ালি লাগিলে, কোনোবাই ঠেঁহ-পেঁচ ধৰিলেও সকটিয়ে মিতাই দিব লাগে। সি সদায় যুক্তি দেখুৱাইহে কথাবোৰ কয়, গতিকে তাৰ কথাত আঁসোৱাহ ধৰিবলৈ উপায় নাথাকে। তাৰ কথাবোৰ এনে ধৰণৰ—"নাট-ভাওনা পৌৰাণিক কাহিনীৰ ওপৰত ৰচনা কৰি লিখা হয়। গতিকে প্রধান চৰিত্রবোৰৰ ভাও দিবলৈ যোৱা ভাৱৰীয়াবোৰে বিশেষভাৱে লক্ষ্য কৰিব লাগিব। ধৰি ল, ৰূপাইৰ চেহেৰা-পাতিয়ে তহঁতমখাৰ ভিতৰত ভীমৰ ভাও দিব পৰা মানুহ, কিন্তু তাৰ জিভাখন যে লেৰা। মহাভাৰতৰ ভীম লেৰা আছিল বুলি কৰবাত পাইছ জানো? তেনে ক্ষেত্রত ৰূপাইতকৈ কিছু কম গা গাৰিৰ সকপোনাক দিবই লাগিব, ভীমৰ পাৰ্টটো! নাকে মুখে, গঢ়ে-পিতে ভাৰত, কৃষ্ণ পার্ট কৰিবৰ লায়ক, পিচে সি, ভীম ৰূপাইতকৈ ওখ হব। মহাভাৰতৰ কৃষ্ণ ভীম, অর্জুন আদিতকৈ ওখ বা চাপৰ আছিল বুলি ক'তো উল্লেখ নাথাকিলেও, আমাৰ আটাইৰে মনত এটা ধাৰণা আছে যে, কৃষ্ণ দেখাত ভীমহঁতত-কৈ নিশ্চয় চাপৰ বা সমান হব লাগিব। গতিকে ভাৰতৰ সলনি কৃষ্ণ পার্টটো অকনিক নিদি কি উপায় ক? সোণাৰৰ চেহেৰা-পাতিয়ে জানো কম ধুনীয়া মানুহ। মাতটোও গলগলীয়া, কংস, যুধিষ্ঠিৰ, কর্ণ এনে পার্ট তাক নিশ্চয় দিবপৰা গ'লহেঁতেন, যদিহে কুঁহিয়াৰশালে চেপি তাৰ সোঁ-হাতৰ মাজৰ আঙুলিটো বেঁকা নকৰিলহেঁতেন। ডাঙৰ পাৰ্ট, বীৰ-ৰজাৰ পাৰ্টবোৰ, সৰু পার্ট নোহোৱা এইবোৰ কথাবো কোনো মূল্য নাই। তালৈকে ভাও দিব জানিলে এটা সৰু ভাৱৰীয়াইও দর্শকৰ প্রশংসা পাব পাৰে আৰু বেয়া ভাও দিলে এটা ৰজা-মহাৰজাৰ

পাৰ্টলোৱা ভাৱৰীয়াকো মানুহে তিৰস্কাৰ কৰি, মুখে-মুখে সিঁওঁৰিব, নাটখনেই নষ্ট হৈ যাব।"

দৰ্শকৰ মাজতে এচাম হুলুস্থুল কৰা মানুহ থাকে। সাধাৰণতে ভাও চোৰাতকৈ মানুহ চাবলৈ অহা এইচাম লোকক 'কণ্ট্ৰোল' নকৰিলে কাৰো শান্তিৰে ভাও চোৱা নহয়। এই উৎপতীয়া মথাক ক'ৰবাত বহুৱাই থব খুজিলেও নবহে। 'কৃষ্ণই গোপীৰ কঁকালত ধৰি নাচিছে, দুঃশাসনে দ্ৰৌপদীক বিবস্ত্ৰা কৰিব খুজিছে, সুধন্বাই কৃষ্ণ সখা অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ যাবৰ বাবে সাজু হৈ পত্নীৰপৰা বিদায় লৈছে, কিন্তু অৰ্জুনৰ লগত আগন্তুক সমৰত স্বামীৰ আৱশ্যম্ভাৱী মৰণ আশঙ্কা কৰি অপুত্ৰকা পত্নীয়ে, এনিশা বঞ্চি পুত্ৰদান দি যাবলৈ কাতৰ অনুৰোধ কৰিছে।' এনেবোৰ দৃশ্যৰ সময়ত সেই ডেকাবোৰে অশ্লীল মাত মাতে, অশালীন মন্তব্য দিয়ে, সিহঁতক ঠাণ্ডা কৰিব পাৰে মাত্ৰ সকটিয়েহে। সাজ-পোচাক পিন্ধি ভাৱৰীয়াই বাহিৰত তহলদি ফুৰিলে, কাৰোবাৰ লগত কথা পাতিলে বা বিড়ী হুপি থাকিলে, সকটিৰ সহ্য নহয়। সি গালি সোধাই দিয়ে, "তহঁতৰ বিড়ীৰ ধঁক লাগিলে মোক কৰি, অনাই দিম। ভাও দিবলৈ প্ৰবেশ কৰিয়ো কোনজনী ঘৈণীয়েৰক চাব খুজিছ, চাব পাৰিবি দেখোন। এইদৰে ভেকো-ভাওনাখন নকৰিবি।"

এবাৰ 'পাণ্ডৱৰ বনবাস' নাটখনৰ ভাওনা হবলৈ দুদিন মাত্ৰ থাকোঁতেই বন্ধ হবৰ উপক্ৰম হৈছিল। দুৰ্যোধনৰ পোছাক পুৰণা যদিও ফটা নাছিল, ইপিনে দুঃশাসনৰ পোছাকটো পিঠিতে এবকলা ফটা, তাপলি মৰা আছিল। দুশাসন পাৰ্টলোৱা কুলাইয়ে সেই পোছাক নিপিন্ধে বুলি জেদ ধৰিলে। তাক দুৰ্যোধনৰ ছোলাটো লাগিবই পৰিচালক মেনেজাৰ ভৱই খঙেৰে ক'লে "এই কুলাই, তই পাৰ্ট কৰ বা নকৰ, দুৰ্যোধনৰ পোছাক নাপাব। নিজৰটো বেয়া দেখিছ যদি নিজেই ভাল এটা বিচাৰি ল।" কথা সিমানেই। কুলাই ভোৰ্‌ভোৰাই গুচি গ'ল। ভাওনাৰ দিনা দেখা গ'ল—কুলাইয়ে এটা নতুন চিক্‌-চিকিয়া ছোলা পিন্ধিছে। তাক দুই-এটাই বুজাই চাইছিল যে, সি

সেইটো পিন্ধিলে বৰ খাপচাবা হ'ল। কুলাইয়ে কিন্তু নামানিলে। তৰই খণ্ডতে কুলাইক-নামাতিলেই।

প্ৰথম দৃশ্যত দুৰ্যোধন, দুঃশাসন, কৰ্ণ, শকুনিৰ প্ৰবেশ হৈছে, কনবায়নে খোলত ঘাত মাৰিয়েই আছে, লগতে নবইও আন এটা খোলেৰে সহযোগ কৰিছে। সকটি পোনচাটেই গৈ তৰক, 'গ্ৰীন্‌ৰুম'ত সুধিলেগৈ, "এই গাধ, কি চাই আছিলি? কৌৰৱৰ যুৱৰাজ দুঃশাসনক কেতিয়াৰপৰা পাতিলি?" তৰই ম্লান হাঁহি এটা মাৰি উত্তৰ দিলে, "তই কি কব খুজিছ মই বুজিছোঁ। এই কুলাই কুলাঙ্গাৰে কাৰো কথা নাজানিলে। সি নিজে ধন ভৰি অনা পোছাক আনক দিবলৈ মান্তি নহ'ল।" কথা শুনি সকটি গৈ 'প্ৰম্প্‌টাৰ' বাপধনক কাণে-কাণে কিবা এটা কৈ, কন বায়নকো কথাটো বুজালেগৈ। কনে খোল বজোৱা বন্ধ কৰি সকটিৰ কথাখিনি শুনিলে। নবৰ খোলত বোল চলি থাকিল।

প্ৰবেশৰ চেও সামৰাৰ লগে লগেই 'প্ৰম্পটাৰ' বাপধনে, নাটকত নথকা কথা এটা ঘোষণা কৰিলে, "দুৰ্যোধন, দুঃশাসন, কৰ্ণ, শকুনিৰ পুনৰ প্ৰস্থান।" কন বায়নেও লগে লগেই প্ৰস্থানৰ ঘৰত মাৰিলে। ভাৱৰীয়াহঁতে কি হৈছে একো বুজিব নোৱাৰিলে যদিও, বাজনাৰ চেৱে চেৱে খোজ দি চোঁ ঘৰ পালেগৈ। বিৰতিৰ সময়কণ কেনেকৈ পাৰ কৰিব তাৰো বুদ্ধি এটা সকটিয়ে কনক দি গৈছিল। সেইমতে কনে এটা গীত জুৰি, ভোগধৰক গাবলৈ লগাই দিলে।

সকটিয়ে চোঁ ঘৰত কুলাইক 'চাৰ্জ' কৰিলে, "এই কুলাই, যুৱৰাজ দুৰ্যোধন নে দুঃশাসন? কোনটোৱে কাৰ হুকুম মানি চলিব?" "নাটকত যিদৰে আছে সেইদৰেই হব। মোক সুধিছা কেলেই?" কুলাইয়ে কঠোৱা ভাৱে উত্তৰ দিলে (বয়সে সৰু দেখি সকটিক 'তুমি-তামা' কৰে)। "তোক সুধিবলগা হ'ল, তই নাটকত নথকা কাম এটা আজি কৰিছ। দুঃশাসন হৈ তই আজি দুৰ্যোধনক খেদাই নিজে যুৱৰাজ হৈছ। তই ৰাজ-পোছাকটো দুৰ্যোধনক নিদিলি কেলেই?"

কুঃ—মই পইছা ভৰি আনিছোঁ, আনক কিয় দিম?

সঃ—ভাওনাখন কাৰো ঘৰুৱা কাম নহয়। ইয়াত কোনেও নিজ

ইচ্ছামতে চলিব নোৱাৰে। তোৰ এভঁৰাল ধান আছে, তই চহকী; দুৰ্যোধন তোৱাটো দুখীয়া। সেইবুলি তই ভাওনাত তাতকৈ ধনী বুলি দেখুৱাব নোৱাৰ। এইটো পোছাক তাক দে, তাৰটো তই ল'। ৰাইজৰ কামত সেইকিটা টকা তই যেনিবা খৰচ কৰিলিয়েই, ভালহে হ'ল। সিমানতো নহলে তোৰ টকাকিটা মই দিম।"

কু:—তোমালোকে যিহকে কোৱা, মই নিদিওঁ। লাগে, পাৰ্টকে নকৰো। ভাওনা নকৰিলে পেট নভৰিবনেকি?

স:—ভাওনা নকৰিলে বাকীবোৰৰো পেট নভৰাকৈ নাথাকে। পিচে, ইমান ৰাইজ ভাওনা চাবলৈ আহিছে। ভাওনা বন্ধ হ'লে, আমি আটাইয়ে, গুৰা-পাপৰ শৰাই দি ৰাইজক জনাম যে, কুলাইয়ে পাৰ্ট নকৰি গুচি গৈছে, ভাওনা নহয়। ৰাইজে তেতিয়া তোক শাও নিদিবনে? আমিও বিচাৰ কৰি তোক এঘৰীয়া কৰি থম। তেতিয়া তোৰ নিচিনা ৰাইজদ্ৰোহী এটাক আটাইয়ে ঘিণ কৰিব। হালধিবাৰীৰ তৰাইঁতকো অহা দেখিছোঁ। তোৰ দৰে অগকৰা এটালৈ তাইতো নাহেই, জীৱনত তই আন ছোৱালীও নাপাবি।" (কুলাই আৰু তৰাৰ মাজৰ সম্পৰ্কৰ কথা সকটিয়ে জানে।)

সকটিৰ দবৰ-পালিয়ে গুণ দিলে। কুলাইয়ে ক্ষন্তেক তভক্ মাৰি থাকি সকটিৰ সমুখত ঠিক হৈ ক'লে,—"খোলা ছোলা!" "চাবাইচ্ বেটা!"—বুলি সকটিয়ে কুলাইৰ পিঠিত চাপৰ এটা মাৰি, ভৰক ক'লে, "ইয়াৰ লগত হাত মিলা, কুলাই ভাল ল'ৰা, তহঁতেহে, বেয়া বোল। ইহঁত দুটাৰ পোচাক দুটা সলনি কৰি দে বেগেতে। গীতৰ পাচত প্ৰবেশৰ খাত মাৰিবলৈ মই কনক কৈ আহিছোঁ। আৰু এটা কাম কৰিবি কুলাই—আগেয়ে ওলাওঁতে তোৰ এই ড্ৰেচ্ পিন্ধি দুৰ্যোধন আগত গৈছিল, এইবাৰ তই আগত যাবি, তেহে মানুহে ধৰিব নোৱাৰিব কিবা যে পৰিৱৰ্তন হৈছে। তই পাৰ্ট ভাল কৰচোন কুলাই, তৰাই তেহে ভাল পাব। তাই তোলৈ নাহোঁ বুলি ক'লে মোক কবি। যোগ কাইটিলৈ যোক কেনেকৈ আনি দিছিলো, সুধিবিচোন। তহঁতি আহ, বায়নে প্ৰবেশ খাতৰ বগৰ দিছেই।"

কুলাইয়ে সৃষ্টি কৰা সমস্যাটো সমাধান কৰিবলৈ, আৰু কুলাইক বশ কৰিবলৈ যি কায়দা সকয়ে খটালে, তাক দেখি আটাইয়ে একবাক্যে স্বীকাৰ কৰিলে যে, সকটি শঁচাই নেতা হব পৰা গুণী মানুহ। মুছলমান হৈছে লেঠা, নহলে সি গায়নে বায়নে, ভাও-বচনে যে উৎকৃষ্ট লোক হ'লহেঁতেন সেই বিষয়ে কাৰো সন্দেহ নাথাকিল।

আখৰাৰ সময়তো কন বায়ন আৰু পালি বায়ন নবৰ মাজত লগা খুত্খাঁতখন সকটিয়েই ভাঙি দিলে বুলিব পাৰি। কন বায়নে, নবৰ বাজনাত ভুল ধৰি ধমকি দিছিল। নবই খঙতে দুদিন আখৰালৈ যোৱা নাছিল। নবৰ নিজৰ ভুলটো ধৰিব নোৱাৰি, কনে অনাহকতে তাক খেচ-খেচাই থাকে বুলি ধৰি লৈছিল, পিচে সকটিয়েহে নবৰ ভুলটো দেখুৱাই শুধৰাই দিলে।

সকটিৰ সেই কেইদিন চেপনত ঠিকাদাৰৰ তলত কাঠৰ কাম আছিল। গধূলি ভাগৰে-যোগৰে আহি জুপালৰ কাষত বহি আখৰা শুনি থাকে। সেইদিনা সি বহি থাকোঁতে অকলে অকলে বকিবলৈ ধৰিলে, "এই নবটোৱে আজিলৈকে বোল কেইটা মান স্পষ্টকৈ ফুটাব পৰা নাই। ল'ৰাটোৰ হাতখন কিন্তু বৰ খৰ। ইচ্ছা কৰিলে কনতকৈ এৰোল আগত যাব পাৰেহে। বোলখিনি শুদ্ধ কৰি ললেই হ'ল।" সকটিৰ ঘৈণীয়েক হাচিনাই, ভিতৰৰপৰা ওলাই আহি ক'লে—"বলিয়া মানুহৰ দৰে অকলে অকলে কি বলকি আছানো? মই ভাবিলোঁ বোলো কোনোবা আলহী ওলালহি হবলা!" "নহয় অঁ, এই নবপাতৰ কথা কৈছোঁ। সি অলপ ভুলকৈ খোলটো বজাইছে, শুনিছনে নাই?" হাচিনাই গেজেৰা মাৰিয়েই ক'লে, "জানো দেও, কি খননো বলকি আছা, ভাত হ'ল, মই বাঢ়িম এতিয়া।" এইবুলি তাই পুনৰ পাকঘৰলৈ সোমাই গ'ল।

দুদিনৰ পিচত সকটিয়ে গধূলি বেলিকা পদূলি মুখতে নবক লগ পাই সুধিলে, "তই এই দুদিন আখৰালৈ যোৱা নাই কেলেই? আজিও নাবাজনেকি? কিবা কোহকাল লাগিছেনেকি আকৌ?" নবই দুবাই সুধিলে, "মই নাইযোৱা বুলি কাইটিয়ে কেনেকৈ জানিলা?"

মই নজনাকৈ কৈছোঁনে ? তোৰ খোলৰ মাত এই দুদিন শুনা নাই, কন আৰু মুকুতাৰহে শুনিছোঁ।

এবা কাইটি, কন কাইৰ টেঙা মাতত আমুৱাইছে আৰু। আগ নাই গুৰি নাই, খালি বকিব বোলে ভুল হৈছে। ক'ত ভুল হৈছে, সেইটো কয় কিন্তু দেখুৱাই নিদিয়ে।

—শুন নৰ, তোৰ ভুল হোৱাটো সঁচা কথা। তই দুটামান বোল সানি-পুতকি একে কৰ। তচ, তাক্, তা, ধেই, ধিন—এই বোল কেইটা ভুল হৈছে বুলি কনে কোৱা নাইনে ?

—কৈছে কাইটি, পিচে তুমিনো কেনেকৈ জানিলা ? তোমাক বায়নে কৈছিল নেকি ?

—কনক মই এই কেইদিন লগেই পোৱা নাই। মই খোলৰ মাত শুনি থাকোঁতো। কথাটো কি জান ? কনে আজিকালি গাঞ্জা খাবলৈ ধৰিছে। ভঙুৱা মানুহৰ ৰাগী এৰিলে খিংখিঙীয়া হয়। তইঁতে সৰু হৈ তাৰপৰা শিকি ল। তাৰ শিক্ষাখিনি লব পাৰিলেও, তইঁত দুটা অৰ্থাৎ তই আৰু মুকুতা বৰ দৰকাৰী মানুহ হৈ পৰিবিহঁক।

—বায়ন কাইটিয়ে ভালকৈ শিকাই নিদিলে আৰু নহব যেন পাইছোঁ।

—হব, হব। সি দেখুৱাইও দিব, তই আজিয়েই পাৰিলে তালৈ ভাল গাঞ্জা অলপ যোগাৰ কৰি লৈ যা। ধমকি দিলেও সহি থাকিবি। আৰু এই বোল কেইটাৰ ঠোকৰ্ কেনেকৈ মাৰিব লাগে মই বাৰু অলপ দেখুৱাই দিওঁ, ভুল হলে কন আছেই।

এইবুলি কৈ সকটি মাটিতে লেপেটা কাঢ়ি বহিল আৰু ঠোকৰ্ কেইটা মাৰোতে কেনেকৈ আঙুলি মেলিব লাগে, চপাব লাগে, হাত খুলি দিব লাগে বা হেঁচি ধৰিব লাগে। এইখিনি কায়দা সকটিয়ে নিজৰ আঠুৰ ওপৰতে মাৰি দেখুৱালে।

বাতিলৈ নৰক দেখিয়েই কনে পেন্দুৱাকৈ চাইছিল, কিন্তু নৰাই দিয়া ভাংখিনি পাই কনৰ মন ঠাণ্ডা হৈ গ'ল। কনে খোলটো নৰৰ কালে ঠেলা এটা মাৰি দিলে। নৰাইও ওলগ এটা জনাই

খোলটো হাতত ললে। কনে হুকুম দিলে—"বজাঃ—খিন্ তাঁও, তাচ-তাঁও, খিং তাক্ তা

খিং তাঁও, তাঘিন্ তাঁও, খিত্তি তাক্ ধেই।"

নবই কেইবা বাবো বজালে। বায়নে ক'লে—"আজিচোন পাবিলি? কোন দদায়েৰে শিকালে?"

নবই হাঁহি এটা মাৰি ক'লে—"সকটি কাইটিয়ে দেখুৱাই দিলে।" সকটিয়ে দেখুউৱা বুলি শুনি আটাইয়ে আচৰিত হ'ল। পিচত নবৰপৰা কথাটো বিত্তংকৈ শুনি সকটিলৈ আটাইৰে শ্ৰদ্ধা উপজিল। "সকটি এটা নীৰৱ সাধক"—কনে মন্তব্য কৰিলে।

* * * *

যোগধৰৰ পুতেক বৰমইনা (মহেন) পঢ়া-শুনাত বৰ ভাল আছিল। সি প্ৰাইমাৰী স্কুলৰ শিক্ষা শেষ কৰাৰ পাচত, যোগধৰে পুতেকৰ পঢ়াৰ সামৰণি পেলাবই খুজিছিল। ওচৰত মধ্য বা উচ্চ শিক্ষাৰ স্কুল নথকাত, নগৰত ৰাখি পঢ়াবলৈ যোগধৰৰ যোত্ৰ নাছিল। খৰচাৰ কথা বাদেই, নগৰৰ হাল-চালৰ ভূ-নোপোৱা যোগধৰৰ কাৰণে নগৰলৈ অহা-যোৱা কৰি থকাটোও কঠিন কাম আছিল।

সকটিয়ে কিন্তু যোগধৰৰ কোনো আপত্তি শুনিব খুজিলে। তাৰ মতে গাঁওখনৰ ভিতৰতে, নগৰত পঢ়িব পৰা যোগ্য ল'ৰা, বৰমইনাই প্ৰথম হব। নাম লগোৱা, থকা-মেলাৰ সুবিধা কৰি দিয়াৰ ভাৰ সকটিয়েই ললে। দুবছৰ মানলৈ খা-খৰৰ কৰিবলগাত পৰিব, তাৰ পাচত ডাঙৰ হলে বৰমইনাই নিজেই অহা যোৱা কৰিবপৰা হব। এই দু-বছৰ চলি যাব যেনে-তেনে। সকটিৰ কথাই শেষত ৰ'লগৈ। শিৱসাগৰ বেজবৰুৱা হাইস্কুলত বৰমইনাৰ নাম লগাই দিয়া হ'ল। দিখৌ দলঙৰ ওচৰৰ বৰঠাকুৰ পেস্কাৰৰ ভাৰাঘৰ এটাত ছাত্ৰ কেইজন মানে বোৰ্ডিং কৰি আছিল। তাৰেই এটা কোঠাত চিট্‌ এটা খালি হৈ আছিল। গণকপট্টিৰ এজন আলি মহৰিৰ জৰিয়তে সকটিয়ে বৰমইনাক তাতেই ৰখাৰ ঠিক কৰি দিলে। চাউল-পাত, ফিজ্-পাত্তি আৰু অন্যান্য খৰচা দিবলৈ সকটিয়েই সৰহভাগ লৈছিল। ঘৰৰ মালিক বৰঠাকুৰ-

পেঙ্কাৰ আৰু চিনাকি শিক্ষক জমদিয়েকে, সকটিক মহেনৰ নিজৰ পদায়েক বুলিয়েই ভাবিছিল। বছৰে বছৰে ভালদৰে প্ৰমোচন পাই মহেন অষ্টম শ্ৰেণী পালেগৈ। এনেতে এটা বিপৰ্যয় আহিল যোগধৰৰ পৰিয়ালটোলৈ।

পুৰণা ঘৰৰ খুটাবোৰ ছিগি গলে ধুমুহা আদি বিপৰ্যয়ৰপৰা বচাবলৈ প্ৰয়োজন হয় ঠেকা দিয়াৰ। ঠিক সেইদৰে সাময়িক বিপৰ্যয়ত যোগধৰৰ পৰিয়ালটোৰ প্ৰয়োজন হৈ পৰিল এটা নিৰ্ভৰযোগ্য আলমৰ, সেই প্ৰয়োজনীয়তা পূৰণ কৰিলে যোগধৰৰ অকৃত্ৰিম ভাতৃ-প্ৰতিম বন্ধু সকটি গৰিয়াই। বিপৰ্যয়ে যোগধৰৰ পৰিয়াললৈ এহাতে গধুৰ শোকৰ বোজা কৰিয়াই আনিছিল, আনহাতে ইয়েই সকটি আৰু যোগধৰৰ পৰিয়ালৰ মাজত এনাজৰীৰ বান্ধটো আগতকৈও কটকটীয়া কৰি পেলাইছিল।

* * *

দুবছৰ মান আগৰেপৰা যোগধৰক এটা ৰোগে খুলি খুলি খাবলৈ ধৰিলে। কেনেবাকৈ তাৰ শৰীৰত উদ্‌ঙাই ৰোগে বাহ ললে, গা-মন দুৰ্বল কৰি পেলালে। যিমানে দৰৱ-জাতি কৰিলে, সিমানে আয়ুস কমি গ'ল, ৰোগ বাঢ়ি গ'ল। সকটিয়ে নগৰৰপৰা আয়ুৰ্বেদিক ঔষধো কেইবা বটলো খুৱালে, তথাপি ৰোগ নিৰাময় নহ'ল।

এদিন ৰোগ-শয্যাগত যোগধৰে সকটিক মতাই পঠালে। কাল বিলম্ব নকৰি সকটি তিতাদাহে যোগধৰৰ ঘৰ পালেগৈ। কনকাই ক'লে- "ককাইটিয়েৰে দেখোন তোমাৰ খবৰ বৰকৈ লৈ আছে। বলা, ভিতৰ জুপালৰ ওচৰতে শুই আছে।" সকটি গৈ বৰঘৰৰ দুৱাৰ মুখত থিয় হ'লগৈ। যোগধৰে ওচৰলৈকে মাতিছিল, সকটি সোমাই নগ'ল। সি এটা কথা চিন্তা কৰিলে,—তাৰ এইখন ঘৰৰ লগত একো ভিন্-পৰ ভাৱ নাই সঁচা, তথাপি সমাজখনৰ এটা সংস্কাৰ আছে। জুপাল থকা কোঠাটোৱেই ভাত খোৱা মজিয়া, তাৰ সিফালে বান্ধনিশাল। এইটো কোঠালৈ সোমাবলৈ তাৰো ভাল নালাগিল। মনতে এটা বুদ্ধি উলিয়াই সকটিয়ে ক'লে, "ভিতৰলৈ নোসোমাওঁ আৰু কাইটি! নানা ঠাই ভ্ৰমি আহিছোঁ, পাকঘৰত সোমাবলৈ ঠিক নালাগে। তুমি এটা কাম কৰা

বৌ। বাহিৰৰ জুইকুৰাৰ ওচৰতে ককাইটিক শুৱলৈ ঠিক কৰি দিয়া। এওঁক চাবলৈ অনেক মানুহ অহা-যোৱা কৰিব, তুমিয়ো ভিতৰৰ কাম কৰিবলৈ আমনি পাবা। মই বাক ডোখৰা খৰি এবোজা লৈ এতিয়াই আহোঁগে।" এইবুলি কৈ সকটি ওলাই আহিল। যোগধৰক বাহিৰ কোঠালৈ অনাৰ সবল যুক্তিয়ে, সকটি ভিতৰলৈ নোসোমোৱা সম্পৰ্কে অন্য দিশত ভাবিবলৈ যোগধৰ কনকাক অৱকাশ নিদিলে।

খৰি এবোজা লৈ সকটি পুনৰ যেতিয়া যোগধৰৰ ঘৰ পালেহি তেতিয়া বাহিৰৰ জুশালৰ কাষত শুই থকা যোগধৰক কনকাই সেক-পুতক দি আছিল। সকটিয়ে যোগীৰ কাষত বহি ক'লে, "তুমি সিজোৱা-পকোৱা কামত লাগাগৈ বৌ! ককাইটিৰ ওচৰত মই আছোঁ।" এই দৰে কনকাক ভি তৰলৈ পঠাই সকটিয়ে যোগধৰৰ বুকু-পিঠিত গৰম তেলৰ মালিচ কৰিবলৈ ধৰিলে, লগে লগে দুয়োৰে ভিতৰত কথা চলিল। সকটিয়েই প্ৰথমে আৰম্ভ কৰিলে—

—ককাইটিয়ে এতিয়া কেনে পাইছা? মোকনো মতাই পঠাইছিলা কেলেই? মইতো এনেয়ে আহিলোহেঁতেন।

—অসুখ আৰু ভাল নহব সক। দেহাৰ ভিতৰখনত একোৱেই নাই। খুব বেছি দুই-চাৰিদিন থাকিব পাৰোঁ। সেই কাৰণে, বোলো মাত-কথা থাকোঁতেই তোক কথা দুটামান কৈ যাওঁ, সেয়েহে মতাই-ছিলোঁ। (যোগধৰে গেঁঠাই ফুঁফাই ক'লে।)

—সকলো ঈশ্বৰৰ ইচ্ছা ককাইটি! তেওঁৰ ইচ্ছা হলে তুমি ভাল হৈ যাবা। মন ডাঠ কৰি ঈশ্বৰ চিন্তা কৰা।

—ভাল হোৱা আশা এৰ, মইতো এৰিলোৱেই। মোৰ অবিহনে এই ল'ৰা দুটাৰে সৈতে বোৱেৰৰ কি যে অৱস্থা হব, সেই চিন্তাইহে মোক খাই মাৰিছে। ভগৱানৰ নাম লব লাগিছিল, ক'ত পাৰিছি? চিন্তা ওপৰ উঠিছে, নাম তল পৰিছে।

—তুমি সেই চিন্তা এৰা, ভগৱানে সকলো কৰাব।

—তেও বুলি এটা ভৰসা লাগে। ৰবমইনাকো খুটি খাব পৰা কৰিবলৈ সময় নহ'ল। তাক লৈ আমাৰ লগতে তয়ো জানো কম

আশা কৰিছিলি সক ?

—ককাইটি, খোদাৰ কৃপা হলে অসম্ভৱো সম্ভৱ হয়। বৌ বা ৰহমইনাহঁতৰো এটা গতি লাগিব। নব-মনিচে কৰোঁ বুলিয়েই একো কৰিব নোৱাৰে ? তথাপি কৈছোঁ, জীয়াই থাকোঁ মানে, বৌ, সকমইনা-ৰহমইনাহঁতক চাম। আলাই-আথানি হবলৈ নিদিম।

—অঃ, অ। মই জানোঁ, মই জানোঁ।

এইবুলি যোগধৰে সকটি গৰিয়াৰ হাত এখন নিজৰ দুহাতৰ মাজত ধৰি পুনৰ ক'লে—

—সক, ভাইজান। তোমাকেই গতালোঁ ইহঁতক। মই এতিয়া নিশ্চিন্ত হৈ মৰিব পাৰিম নহয়, ভাইজান ?

—পাৰিবা ককাইটি, এই অগ্নিক সাক্ষী কৰি আল্লা ভগৱানৰ নামত শপত-কচম্‌ খাইছোঁ।

সকটিৰ কথা শুনি যোগধৰৰ শৰীৰ-মন এক গভীৰ প্ৰশান্তিয়ে আচ্ছন্ন কৰি পেলালে। সি কোনো কথা নকৈ, চকু মুদি, বাগৰ সলালে আৰু সেইফালেই টোপনি গ'ল।

যোগধৰৰ সেই টোপনি আৰু নাভাঙিল। দুদিনৰ পিচত সি শেষ নিশ্বাস ত্যাগ কৰিলে। গঞা-গিয়াতিৰ লগতে সকটিয়ে সন্মানজনক দূৰত্ব বজাই ৰাখি, অন্ত্যেষ্টি ক্ৰিয়াৰ কাৰণে পৰাখিনি সকলো কৰিলে। কনকাক বুজনি দিবৰ প্ৰয়োজন নাই, যিমান পাৰে কান্দক, তেহে বুকুখন পাতল লাগিব। শিঙৰা জানৰ পাৰৰ হাবি এডোখৰতে যোগধৰৰ দাহ কাৰ্য সমাপ্ত কৰা হ'ল। চিতাত দাউ-দাউকৈ জুই জ্বলি উঠাৰ পাচত সকটি গুচি আহিল। পিচৰ ছোৱাত তাৰ কাম নাছিল, যদিও চিতাৰ ওপৰত এচলা খৰি দিবলৈ বা ছাই-ভস্মৰ ওপৰত এচপৰা মাটি দি অহাৰ হেঁপাহ এটা তাৰ মনত জাগিছিল। সংস্কাৰে তাক সেই আশা পৰিত্যাগ কৰিবলৈ বাধ্য কৰিলে। সকটিয়ে ভাবি ঠিৰাং কৰিব নোৱাৰিলে—সংস্কাৰটো শুদ্ধ নে যোগধৰৰ প্ৰতি থকা তাৰ স্নেহ-শ্ৰদ্ধাত ওপজা, সেই হেঁপাহ শুদ্ধ।

সাঁজ লগাৰ পাচত জুপালৰ কাষত বহি থাকোঁতে সকটিৰ মনলৈ

বহু চিন্তা আহি ভুমুৰি দি ধৰিলেহি। সি জীৱনত এই প্ৰথম অকল-শৰীয়া অনুভৱ কৰিলে। যোগধৰৰ ইন্তেকাল হ'ল, তাৰ পৰিয়ালটোৰ দায়িত্ব সকটিয়ে গাত-পাতি ললে। তুখন ঘৰৰ পৰিচালক-উপদেষ্টা-অভিভাৱক হিচাপে কাৰ্য চলাবলৈ সি দায়বদ্ধ। লোকচক্ষুত যোগধৰ, সকটিৰ সম্পূৰ্ণৰূপে অনাত্মীয়, ধৰ্ম-জাত-কুল-গোত্ৰ এভালৰপৰাও সিহঁত দুটাৰ মাজত কোনো বান্ধোন নাই। কিন্তু যোগধৰ আৰু সকটিক যিদাল এনাজৰীয়ে বান্ধি থৈছিল, তাকতো আনে দেখি নাপায়। কনকাক অনাৰ পাচত, তাইৰ হাতৰ প্ৰথম গামোছাখন উপহাৰ লৈ, কনকাৰ ওচৰত আত্মীয়তাৰ প্ৰতিশ্ৰুতি দিছিল, নহয়—কচম্ কৰিছিল। তিনিদিনৰ আগতে। পৰপাৰৰ অভিযাত্ৰী যোগধৰে শেষ বিদায় লওঁতে, সকটিকেই ভাইজান বুলি ইহ পাৰৰ সমস্ত দায়-দায়িত্ব অৰ্পণ কৰি লৈছে, সকটিয়েও আল্লা-ভগৱানৰ নামত শপত-কচম্ কৰিছে। তেনেস্থলত সকটিয়ে কৰ্তব্য পালনত অৱহেলা কৰিলে তাৰ গুণাহ্ হব। বৈতৰণীৰ ক্ষুৰৰ সাকো পাৰ হব নোৱাৰিব। অকলশৰীয়া হলেও, সকটিয়ে একমাত্ৰ ভগৱানকেই লগ কৰি লব লাগিব। কৃষ্ণ-গোঁসাইৰ সখিত্ব লাভ কৰিছিল দেখি অৰ্জুনে একাধিকবাৰ নিজৰ কচম্-ভঙ্গ বিপদৰপৰা পৰিত্ৰাণ পাব পাৰিছিল। সকটিয়েও ভাবিলে, সিয়ো আল্লাহ্-তাল্লাৰ কৃপা লাভ কৰিব লাগিব, নহলে গত্যন্তৰ নাই। হঠাৎ সকটিৰ মনত এটা চিন্তা হ'ল যে, সিয়োতো যোগধৰৰ আত্মাৰ সদ্গতিৰ কাৰণে কিবা এটা কৰিব পাৰে। ঘপহ্‌কৈ উঠি সি ভিতৰলৈ গৈ, পুনৰ ঘূৰি আহিল আৰু কাকো একো নোকোৱাকৈয়ে গ'ল।

শিঙৰাজানৰ পানীত 'অজু' কৰি ললে। যোগধৰৰ শ্মশানত উপনীত হৈ সকটিয়ে এগছ মমবাতি জ্বলালে। মাটিৰ টিপ্‌টোৰ পূব কালে আঁঠুকাঢ়ি, পশ্চিম মুৱা হৈ, বহু সময় ধৰি সকটিয়ে ভগৱানক প্ৰাৰ্থনা জনালে। প্ৰাৰ্থনা সামৰি উঠি আহিবৰ সময়ত সকটিৰ চকুৰ পানীয়ে বাট নেদেখা হৈছিল। ঘৰ আহি পোৱাৰ পাচত তাৰ মনটো পাতল পাতল যেন লাগিল। কোন ধৰ্মৰ নিয়ম, কোন ধৰ্মৰ অনিয়ম—সেইটো চিন্তা নকৰি সকটিয়ে দুসাজ ভাত লঘোন দিলে।

*   *   *   *

কথামতেই কাম। দেউতাক ঢুকোৱাৰ পাচত বৰমইনাৰ পঢ়াটো সকটিয়ে বন্ধ হবলৈ নিদিলে। তাৰ সহায়তে মহেনে দুবছৰৰ পাচত ২য় বিভাগত মেট্রিক পাছ কৰিলে। সকটিয়ে অনেক কোৱা-মেলা কৰা সত্বেও সি কলেজত পঢ়াৰ কথা বাদ দি ঘৰখনৰ দায়িত্ব লোৱাৰ কথাহে ভাবিলে। তাক এটা চাকৰিৰহে অতি প্ৰয়োজন হৈ পৰিল। সি সকটিক যুক্তি দৰ্শাই ক'লে, "চাৰি বছৰকৈ কলেজত পঢ়িবলৈ হলে, তোমাৰ আমাৰ মাটি-ভেটিও যাবগৈ দাইটি। দুয়োটা পৰিয়ালৰ ভিতৰত ময়েই ডাঙৰ ল'ৰা হিচাপে, তোমাৰ পাচত দুয়োটা পৰিয়ালৰ বোজা ময়েই বহন কৰিব লাগিব। দেউতাতো গলেই, তুমিয়ো বুঢ়া হৈ আহিছা। মোৰ কাৰণে এই বয়সত কঠোৰ শ্ৰম কৰাই তোমাক আদ-বয়সতে বেমাৰী হবলৈ দিব নোৱাৰো। তাৰ সলনি মোক এটা চাকৰি যোগাৰ কৰি দিয়া। তোমাৰ চা-চিনাকি হাকিম-আমোলা নগৰত বহুত আছে। সেইসকলক ধৰিমেলি মোক এটা কাম দিয়াব পাৰিবা বুলি বিশ্বাস। ইয়াৰ বাহিৰে তুমি মোৰ বিষয়ে আন চিন্তা কৰিব নালাগে।" সকটিৰ চকু দুটা সেমেকি উঠিল।

*   *   *

পি ডব্লিউ ডি'ৰ এচ ডি অ' চেতিয়া চাহাবৰ বেতবাৰীৰ চেতিয়া গাঁৱত থকা বিল্ডিংটো সাজোতে, কাঠৰ কামৰ ঠিকাদাৰ আছিল ডিমৌৰ হৰিন্দাৰ সিং। তাত খালি মিস্ত্ৰি হিচাপে সকটিয়েও কাম কৰিছিল। বিল্ডিংৰ বাবে গোটাই থোৱা চিমেণ্ট, লোহা, কাঠ আদিৰ ৰখীয়া হিচাপে এটা নেপালী ৰাখিছিল। মাক মৰাৰ টেলিগ্ৰাম পাই সি গুচি যোৱাত, হাকিমনী বাইদেউৱে হৰিন্দাৰক কৈ-মেলি সকটিকে কিছুদিন ৰখীয়া নিয়োগ কৰিলে। পিচত চেতিয়া চাহাব আহি, সকটিক ঘৰটো শেষ নহয় মানে নিগাজীকৈ থাকিবৰ কাৰণে টানি ধৰিলে। ডাঙৰ মানুহৰ কথা পেলাব নোৱাৰি সকটি অগত্যা মান্তি হবলগা হৈছিল, কেতিয়াবা এইবোৰ হাকিম মানুহ হয়তো উপকাৰত আহিবও পাৰে, এনে ভাৱ সকটিৰ মনত উদয় হৈছিল।

তেতিয়া হাকিমনীৰ লগত সকটিৰ সোহাৰ্দ্য গঢ়ি উঠিল। সি বাইদেউৰ তাঁতৰ গঁজুলিবোৰ সাজি দিছিল।

সেইবোৰৰ দাম দিব খোজাত সি ক'লে—বাইদেউ, মই আপোনাৰ-পৰা এপইছাও নলওঁ।

—কিয় নলবা? আনক বেচিলেও পাবা সেই দাম। কাৰোবাক দিবলৈ বনাইছা নেকি?

—নহয় বাইদেউ, আপোনালৈহে বনালোঁ। আপুনি মোক চাহ-জলপান খুৱাইছে, মাছ-মাংসৰ আঞ্জা থাকিলে, অকণ নহয় অকণ নিদিয়াকৈ নাথাকে। মই চাকৰি কৰিছোঁ আপোনালোকে দৰমহা দিছে। চাহ-জলপান-মাছ-মাংস দিয়াৰ বন্দৱস্ত নাই। আপুনি সেইবোৰৰ দাম লবনে নলয়?

—এ খোৱা দেওহে! সেইবোৰৰ দাম লোৱাৰ কথা কবই নাপায়। অসমীয়া মানুহৰ ই এটা গৃহস্থী ধৰ্ম! তুমি ডঙুৱা ল'ৰা, সিজাই খাবলৈ মতা মানুহে কিমান টান পাই জানো নহয়। সকলো বস্তু থাকিলেও এলাহতে নিমখ-ভাত খায়। দিওঁ আৰু মৰমতে। ভুলিয়াবা সেইবোৰ কথা।

—ময়ো অসমীয়া মানুহ নহয় জানো বাইদেউ? ৰাতি ৰাতি উজাগৰে বহি থাকোঁতে এইবোৰকে কৰি থাকোঁ। কিবা এটাত লাগি থাকিলে টোপনিও নধৰে। বাঁহ-বেত আপোনাৰেই। আপুনিও ভুলিয়াব আৰু সেইবোৰ কথা। দাম ললে পাহৰি যাব। এনেয়ে দিলে তেও মনত থাকিব, গৰিয়া ল'ৰা এটাই এইবোৰ দিছিল বুলি। ময়ো কেতিয়াবা আপোনাৰ মুখৰ কথা এষাৰৰ কাৰণে খাতিৰ কৰিবলৈ বাট এটা থাকিব। দুখে-বিপদে আহিলেও খেদি নপঠাব।

—দিলেও নোলোৱা যেতিয়া কেনেকৈ দিওঁ। পিচত নাভাবিলেই হ'ল, বাইদেৱে নিদিলে বুলি!

—কেলেই ভাবিম বাইদেউ? মই পাৰিলে আপোনাক টোলোঠা-ভুৰপাতি বাঁহৰত বনাই দি যাম। মাইফাক্ কাঠৰ টোলোঠা বৰ ভাল, মই ঘৰলৈ গ'লে আনিম।

সকটিয়ে কোৱামতেই হাকিমনীক বস্তু কেইপদ বনাই দিছিল। তেওঁ পিচে বৰ বুদ্ধি কৰি দাম দিলে। কাম শেষ কৰি আহি বৰ-দিনা চাহাবে সকটিৰ প্ৰাপ্যখিনি আদায় কৰি দিছিল। বাইদেৱে সকটিক ভাত এসাজ খুৱাই আহিবৰ সময়ত, কাগজেৰে মেৰিওৱা এটা টোপোলা দি কৈছিল—"সাৱধানে নিবা। ঘৰত নি খুলিবাগৈ। আহি থাকিবা মাজে মাজে।" মানুহ গৰাকীৰ চকুত পানী দেখা দিছিল, সকটিৰো। ঘৰত টোপোলা খুলি চাই সকটিয়ে দেখিলে—খুড়ি-ছোলা এজোৰ আৰু তাৰ মাজত কাগজেৰে মেৰিয়াই থোৱা আছিল আঠেকুৰি টকা।

সেই অহাই যি অহা, তাকে কেইবছৰ হ'ল সকটি বেতবাৰীমুৱা হ'ব পৰা নাই। সাদৰী মানুহ গৰাকীলৈ তাৰ এতিয়া স্বাৰ্থৰ খাতিৰত মনত পৰিছে।

* * *

বৰমইনাৰ ( মহেন ) চাকৰি এটা যোগাৰ কৰাৰ বিষয়ে চিন্তা কৰোঁতে সকটিয়ে মনত পেলালে, বেতবাৰীৰ সেই হাকিমনী বাইদেউলৈ। 'ঈশ্বৰে কৰিলে বাইদেউৰ যোগেদি বৰমইনাৰ কাম এটা যোগাৰ হ'বই'—এনে দৃঢ় বিশ্বাস জন্মিল সকটিৰ মনত। কাল বিলম্ব নকৰি সকটি ওলালগৈ, বেতবাৰীৰ চেতিয়া এচ ডি অ' হাকিমৰ ঘৰত। সি দেখিলে, বাইদেৱে একান্ত মনে গামোছাত ফুল বাচি আছে। 'বাইদেউ' বুলি মাত লগাই সকটি ওচৰ পালেগৈ। তাঁতৰ শালৰপৰা ব' লাগি চাইথকা দেখি সকটিয়ে পুনৰ মাত লগালে, "বাইদেৱে চিনি পোৱা নাই হ'বলা?" "সকটি নেকিহে?" বুলি হাকিমনী গিৰিপ্ কৰে উঠি আহিল। "আকনো কোনে আপোনাৰ পাচকাল পাৰহি, পাৰিব, বাইদেউ?" বুলি সকটিয়ে সিগৰাকীক যথাযথ তচ্লিম্-চালাম্ জনালে। বাইদেৱে তাক বহিবলৈ দি চাহ-তামোলৰ দিহা-পোহা দি তৎ নাইকিয়া কৰিলে। সোধ-পোচ্ বা-বাতৰি পৰ্বৰ পাচত সকটিয়ে টোপোলা এটা উলিয়াই ক'লে, " 'কেৰ্কেটুৱাৰ বাঁহ-পাতেই জেটি,' " কিটো আনিম বাইদেউ, বজাৰ ঘৰতনো নাই কি? তেও বুলি একাকি কথা আছে, বোলে বজাৰ ওচৰলৈ আৰু গুরু-গৃহলৈ সুদাহাতে যাব

আপাৰ, হুঁওতে বাইদেউলৈ আপুকণীয়া বস্তুকে আনিছোঁ।"
হাকিমনীয়ে টোপোলা মেলি, শুকান থেকেৰা, মুখত খোৱা ধঁপাত, শুকান খৰিচা আৰু শুকুতা শুবি দেখি নথৈ বং পালে।

জা-জলপান খাই, থাউকতে বৰমইনাৰ চাকৰি এটাৰ কথা হাকিমনী বাইদেউৰ জৰিয়তে, হাকিমক মিনতি জনাই সকটি যাবলৈ উন্মত হৈছিল, কিন্তু বাইদেৱেকে যাবলৈ নিদিলে। "ইমান দিনৰ মূৰত আহিছা, কিনো খালা? কিনো কথা-বতৰাকে পাতিব পাৰিলোঁ? আজি তেখেতো আহিব। তুমি নিজেই কব পাৰিবা। নইতো পাচত আছোঁৱেই। নহলে খবৰটোকে দেখোন দিব কোনে?" বাইদেউৱে দিয়া পৰামৰ্শ সাৰুৱা যেন বোধ হ'ল। সকটি নিশাটোৰ কাৰণে আলহী হ'ল। 'এনেয়ে সময় কটোৱাতকৈ কিবা এটা কৰি থকাটো ভাল'—এনে ভাৱি সকটিয়ে দীঘল পৰীয়া বাঁহ দুপাৰ কাটি-কুটি ঠিক কৰি থলে। লগতে বাইদেৱেকক খুজি মিহি বস্তা-কাপোৰ ডেৰ হাত-মান যোগাৰ কৰিও ললে।

গধূলি চেতিয়া চাহাৰ আহিল। পিচফালৰ বাৰাণ্ডাতে সকটিয়ে কাঠি চাঁচি আছিল আৰু ওচৰতে বহি হাকিম-হাকিমনীয়ে নানা ধৰণৰ কথা পাতি থাকোঁতে এবাৰ হাকিমনীয়ে ক'লে, "আমি এতিয়া অন্য কথা পাতি থাকোঁতে আচল কথা ভলেই পৰিব। সকটি বোলে আপোনাৰ ওচৰলৈ আহিল এটা বৰ ডাঙৰ দৰকাৰতহে।" হাকিমে ক'লে, "বাৰু কোৱাচোন সকটি! ডাঙৰ দৰকাৰ বুলিলে ভয়েই লাগে দেওহে।" সকটিয়ে আঁত নিছিঙি পাতনি মেলিলে—

"এঃ দেউতাৰ মানত এইবোৰ নিচেই সৰু কথা, আমাৰ কাৰণেহে বৰ। মোৰ ডাঙৰ ভতিজা ল'ৰাটো এইবাৰ মেট্ৰিক পাচ কৰিলে দেউতা। ককাইটি চুকোৱা দুবছৰতকৈ বেছিহে হ'ল, মৱেই টাং-টঙালি মাৰি কোনোমতে ইমানখিনি পোৱালোগৈ। কলেজতো বোলো পঢ়িল দুশ্ৰেণীমান, পিচে লৰাই নামানিলে। মোৰ কষ্ট দেখিয়েই সি নপঢ়ে, চাকৰিহে কৰে বোলে। তাকেই বোলো দেউতাকে চমজাই দিওঁ ক'ৰবাত গোঁজা মাৰি থক। গুণ নহয়, ধৰ্ম হব দেউতা, মাউৰা-

চুচুবা ল'ৰা। এনেকে চেব আছে, কিন্তু কামত মোৰ বাহিৰে লিইঙক কোনোৱেই নাই, দেউতা। উঁবালৰ ভাতকিটাই কোনোমতে জোৰা মৰে। বাকী বাজহী-ভাতহীবোৰ মৰেই চলাই আছোঁ আৰু। বাহিৰত কৰি-মেলি দুই-চাৰি পইছা পাওঁ বুলিহে ইমানকে কৰিলোঁ। এতিয়া দেহত শক্তিও নাই আগৰ দৰে। ঘৰৰ ওপৰৰ কাম কৰিব নোৱাৰাৰ দৰেই হৈছোঁ, ভৰিত কঁপনি উঠে। তেওঁ, ল'ৰাই মন কৰা হলে, মাটিকে দুই-চাৰি বিঘা বন্ধকত দি হলেও চলালোঁহেঁতেন " সকটিৰ কথা মনদি শুনি চেতিয়া চাহাবে ক'লে—

—কাম এটা হওঁতে অহা মানুহবোৰ খালি হব। দৰখাস্ত পৰিছে ভালেমান। আমাৰ অফিছৰে এজন কেৰাণীয়ে অৱসৰ লব। চাওঁচোন কি হয়।

—দিয়ক দেউতা, ল'ৰাটোক মুৰটো লোমোৱাই। ল'ৰাৰ চেও-স্বভাৱ ভাল, পঢ়াশুনাতো ভাল আছিল।

—বাৰু ল'ৰাটোক দুই-তিনি দিনৰ ভিতৰতে কাগজপত্ৰ লৈ, মোৰ ওচৰলৈ পঠাই দিবা।

—কাগজ-পত্ৰৰ নকলবোৰ দেউতালৈ বুলি আনিছোঁ, এইবোৰ ইয়াতে আছে।

সকটিয়ে দিয়া কাগজ-পত্ৰবোৰ চাই হাকিমে সুধিলে, "এইবোৰ কাৰ চাৰ্টিফিকেত্‌ আনিলা? ভতিজাৰৰ নহয় এইবোৰ।"

—সেইবোৰ কাগজ মোৰ ভতিজা ল'ৰাটোৰেই দেউতা।

—কেনেকৈ হবহে? এইবোৰ মহেন্দ্ৰ দিহিঙীয়াৰহে কাগজ, বাপেকৰ নাম মৃত যোগধৰ দিহিঙীয়া, ঘৰ বৰবামত।

—হয় দেউতা, সিয়েই মোৰ ভতিজা, তাৰ কথাই কৈছোঁ।

—কি? তুমি মুছলমান নহয় জানো?

—হয় দেউতা, মোৰ নাম সকটি পৰিয়া, ধৰ্মত মুছলমান।

—তেন্তে যোগধৰ তোমাৰ ককায়েৰ আৰু মহেন্দ্ৰ ভতিজাৰ হ'ল কেনেকৈ?

—সেইবোৰ বৰ দীঘলীয়া কাহিনী দেউতা।

সকটিৰ কথাত ৰহস্যৰ সম্ভেদ পাই, চেভিয়া হাকিমে, ভিতৰত থকা হাকিমনীক মাতি, কাগজ-পত্ৰবোৰ দেখুৱাই ক'লে, "এওঁ বৰ ৰহস্যজনক কাহিনী কব, তাকে শুনিবলৈ তোমাক মাতিলো। এতিয়া আৰম্ভ কৰা তোমাৰ কাহিনী।" চাহাবৰ নিৰ্দেশ পাই সকটিয়ে আৰম্ভ কৰিলে—

"যোগ কাইটি আৰু মোৰ কাৰণে ঈশ্বৰ আৰু আল্লাৰ মাজত এজন বেলেগ ভগৱানৰ প্ৰয়োজন হ'ল, হিন্দু আৰু মুছলমান ধৰ্মৰ মাজত এটা বেলেগ ধৰ্মৰ আৱশ্যক হ'ল। মই মুছলমান হৈয়ো যোগ কাইটিৰ মৰিশালিত মমবাতি জ্বলালোঁ। তিনি সাজ ভাত লঘোন দিলোঁ, শ্ৰাদ্ধত এ'জাবা গায়ন লগালো। এইবোৰকে কৰি মন তাপৰিৰ লগাত পৰিল, কৰিব লাগিছিল বহুত, সমাজ আছে, সীমা চেৰাই যাব নোৱাৰি দেউতা। যোগ কাইটি নমৰি মই মৰা হলেও, তেওঁ সীমাৰ ভিতৰত থাকি মোৰ কাৰণে কিবাকিবি কৰিলেহেঁতেন। মই যোগ কাইটি আৰু কনকা বৌৰ ওচৰত শপত-কচমৰ ধকৰা হৈ আছো। যি পাৰিছো কৰিছো আৰু। আচলতে এইবোৰ কৰাবৰ গৰাকী ইশ্বৰহে। মোৰ বয়সৰ মুছলমানে ডাটি ৰাখিব লাগে। ইজনে-সিজনে কোৱাত বিয়া কৰাৰ আগেয়েই ডাটি ৰাখিছিলো, পিচে ইশ্বৰে মোৰ ডাটিত ধৰি উভালিবলৈ এনেকৈ আঁজুৰিছিল যে, ভং নাপাই কাটি পেলালো দেউতা! ইশ্বৰে অদৰকাৰী বুলি ভৱা বস্তু ৰাখি লাভ কি?"

—তোমাৰ ডাটি আঁজুৰিবলৈ ঈশ্বৰে পালে কেনেকৈ? ঈশ্বৰৰ তেনে তোমাৰ ঘৰলৈ আহিছিল নেকি?

—হয় দেউতা, কথাটো এক প্ৰকাৰ তেনেকুৱাই। কেঁচুৱা বালক-বোৰ জানো ঈশ্বৰৰ অৱতাৰ নহয় দেউতা? এই মোৰ ভতিজা ল'ৰাটোৱে ছুবছৰীয়া মান বয়সত এই ঘটনাটো কৰিছিল। তাৰ প্ৰতাপত ভং নাপাইহে ডাটি কাটিবলগা হৈছিল। মোক দেখি বাৰু অচিনাকি এজনে কি মানুহ বুলি ভাবিব দেউতা?

—তোমাক দেখিলে, যেই কোনোৱে এজন অসমীয়া মানুহ বুলি ভাবিব।

—মোক সেইটোহে লাগে দেউতা! অসমীয়া হব পাৰিলে ডাটি

নাবাখিয়ো মই জানো মুছলমান হব নোৱাৰিম ?

—তোমাৰ কথাবোৰ বৰ জ্ঞানী লোকৰ বচন যেন লাগিছে সকটি ! যোগধৰৰ লগত তোমাৰ সম্পৰ্ক কেনেকৈ ইমান নিবিড় হ'ল ? কোৱাচন !

চেতিয়া চাহাবক সকটিয়ে ল'ৰাকালৰপৰা সেই পৰ্যন্ত সমস্ত কথা বিৱৰি ক'লে। এই সৰল হোজা মানুহটোৰ মন, ধৰ্মান্ধতাৰ ঊৰ্দ্ধত থাকি, কিদৰে মানৱ প্ৰেমত উদ্বুদ্ধ হব পাৰিলে, সেই কথা ভাবি চেতিয়া অভিভূত হৈ পৰিল। তেওঁ সকটিক সুধিলে,—"তুমি বাৰু 'চিৰাজ' নামৰ অসমীয়া চিনেমাখন চাইছিলানে ?" "নাই চোৱা দেউতা, সেইবোৰৰ একো ভু-ভটং নাপাওঁ। গাঁৱৰ একুকত সোমাই থাকোঁ। কেতিয়াবাহে কামে-কাজে বাহিৰলৈ আহোঁ।" সকটিয়ে উত্তৰ দিলে। সকটিৰ সম্পৰ্কে চেতিয়াৰ ধাৰণা জন্মিল। তেওঁ মন্তব্য কৰিলে, "চিৰাজ' চিনেমা যি সকলে কৰিছে, গল্পটো যি লিখিছে বা পঢ়িছে, সেইসকলতকৈ তুমি অধিক জ্ঞানী হব পাৰিছা বুলি মোৰ ধাৰণা হৈছে। চিৰাজ নামৰ বুঢ়াজনৰ কাহিনীটো গল্প লিখকৰ কল্পনাৰহে, তুমি কিন্তু বাস্তৱ চিৰাজ হৈ পৰিলা, সকটি। যোগধৰৰ পৰিয়ালৰ কাৰণে তুমি যি কৰিছা, সি আমাৰ দৰে মানুহবোৰৰ কল্পনাৰো অতীত। তোমাৰ নামটো সকটি হলেও হৃদয় আৰু মন, বৰটি বুলি পৰিচয় দিছে। তোমাৰ এই মহানতাৰ প্ৰতি সন্মান জনাই মই তোমাৰ ভতিজাৰক কামত নিয়োগ কৰি কৃতাৰ্থ হম। দৰখাস্ত নালাগে, পঠাই দিবা সোনকালে। ল'ৰাটোক কিৰাকিৰি কিনি লবলৈ মই পঞ্চাশ টকা দিম, ঘূৰাই দিব নালাগে। চৰকাৰী ঘৰতে থকাৰ সুবিধা কৰি দিম।"

সকটিয়ে কৃতজ্ঞতাত গদ্‌গদ্‌হৈ চেতিয়া চাহাবক সেৱা এটি জনালে। চাহাবৰ লগত কথা পাতি থাকোঁতেই সকটিৰ কাঠি চঁচা কামো শেষ হ'ল। মিহি বস্তা কাপোৰ ডোখৰৰ, দুই মূৰে তিনি আঙুল মানকৈ বান্ধি, মাজৰপৰা দীঘৰ সূতাবোৰ একেবাৰে পেলালে। ভাত খাবৰ পৰলৈকে, কাঠিবোৰ বাচি, সেই কাপোৰত লতা ফুলৰ চানেকি

এটা তুলি দি হাকিমনীক দেখুৱালে। চাবেকি দেখি হাকিমনী বৰ আচৰিত হ'ল।

চেতিয়া চাহাবে সকটিক ক'লে—"তুমি মাজে-সময়ে আমাৰ ঘৰলৈ আহি থাকিবা সকটি, আৰু শিৱসাগৰলৈ গলে মোৰ বঙলালৈ যাবা। এই ঘৰো তোমাৰ আপোন মানুহৰ ঘৰ বুলি ধৰিব পাৰিবা নিশ্চয়।" সকটিয়ে এটি সেৱা জনাই উত্তৰ দিলে, "আল্লা ভগৱানৰ কৃপাত মোৰ আৰু এঘৰ আপোন মানুহ বাঢ়িল। সেউতাৰ উপকাৰ পাহৰিবৰ দুৰ্মতি নিদিয়ক ঈশ্বৰে। আপোনালোকক গৰীবৰ ঘৰলৈ মাতিবলৈ সাহস নহয়।" সকটিৰ আওপকীয়া নিমন্ত্ৰণ গ্ৰহণ কৰি চেতিয়া-চেতিয়ানী দুয়ো বৰবামলৈ যাবলৈ কথা দিলে।

* * * *

"মোমাইটি নেকি?" পিচফালপৰা কোনোবাই মাত লগোৱা যেন শুনি সকটিয়ে উভতি চালে। কোলাত কেঁচুৱা এটি লৈ এগৰাকী কোমল বয়সীয়া তিৰোতাই তাৰ কালে চাই হাঁহি থকা দেখি সকটি দুখোজ আগবাঢি আহিল। "মোমাইটিয়ে হবলা মোক চিনিকে পোৱা নাই? এইয়া নানাৰ হয় নমস্কাৰ দে সোণটো,"—বুলি কেঁচুৱাটোক কলত, শিও কণ-কণ হাত দুখন লগ লগাই 'নমত্তাৰ' বুলি ক'লে। সকটি তাৰ তিনিটা আঙুলিৰে শিশুটিৰ গালত আলফুলকৈ লগাই নিজৰ ওঁঠলৈ আনি চুমা খালে। জেপ খুঁচৰি আধলি এটা পাই তাকেই তাৰ হাতত দি সকটিয়ে সুধিলে, "মই হলে মাজনীক চিনিবপৰা নাই দেখোন?" "কেলেই মই মাখনীৰ জীয়েক নহয় জানো? কপন মোমাইটিৰ ঘৰত কিমান আছিলো, তাতেই লগ পাইছিলা নহয়? মোমাইটিয়ে পাহৰিলানে?"

—নহয় অ' মাজনী, বুঢা হৈ আছিছো, চকু-কাণে ঠগিবলৈ ধৰিছেই। পাহৰিমনো কিয়? পিচে তোমো চেহেৰা স্নানো একে দৰে আছে? শকত হলি, ধাক হলি, চিনিম কেনেকৈ? তোৰ বিয়াৰ কথা কপনৰপৰা জানিছিলোঁ। পিচে মাৰৰ ভালনে বাৰু?

—এমাহমানৰ আগতে গৈছিলোঁ। মাৰ ভালেই, তোমাৰ কথা

মায়ে কৈয়েই থাকে।

সকটিয়ে চক্ খাই উঠিল। কিবা কব এভিয়া ছোৱালীজনীয়ে। মাখনীয়ে জানোচা আগব কথাবোব ভেবেলি-ভেলেং কবি দিছিল। সি ভয়ে ভয়ে সুধিলে,—

—মোব কথানো কবলৈ আছে কি সোপা। বদ্‌নাম গাবলৈ হলে আছে দেই!

—বদ্‌নাম নহয় মোমাইটি, তোহাব কথা বহাওঁতে মাব ভতেই নাই। তুমি বোলে ববৰামবেই নহয়, গোটেই অঞ্চলটোতে আটাইতকৈ বলী, সাহসী ডেকা আছিলা। সকলোবে লগত মিলিজুলি থাকি মানুহক পার্যমানে উপকাব কবি থাকা। পিচে, তোমাব এটা বদ্‌নাম গাই কিন্তু মায়ে। তুমি কোনোবা ছোৱালীব এজনীব হাতত হাবিছিলা। তাইব ভয়ত পলাই ফুবিছিলা, কথাটো সঁচানেকি মোমাইটি।

—এবা অ' কি কবিবি? পচলাতো দাঁত নাভাগে জানো? দহটা মতা মানুহলৈ পবোৱাই নকবা এই মোমাইটিয়েবে মাইকী ছোৱালী এজনীক বলে নোৱাবা বদ্‌নাম ললোঁ। তাইক এঠাইলৈ বিয়া দিলতহে বক্ষা পবিলোঁ। বাক আইজনী, থাকিবি নহয় কেইদিনমান? যাবি আমাব ফালেও এপাক।

প্রসঙ্গ সলনি কবি কোনোমতে আঁতবিবব চেষ্টা কবিলে সকটিয়ে। ছোৱালীজনীয়ে কি ক'লে, সি কাণ নিদি বেগাবেগিকৈ আঁতবি গ'ল।

* * * *

দিহিঙীয়া চুকব কপন সকটিব লগবীয়া। তাবেই ভনীয়েক মাখনী। আজি কেইবা বছবো হ'ল, কথাবোব পাহবণিব বুকুত নীল গৈছিল। জীয়েকক লগ পাই, এবাবলৈ হলেও সকটিক মাখনীব স্মৃতিয়ে আমনি নিদিয়াকৈ নাথাকিল।

মাখনী আছিল এজনী তজ্‌বজীয়া বেপবোৱা ছোৱালী। গোট গোটা কলাকূল, পালোৱানী মাংসপেশীবে নিটোল স্বাস্থ্যব অধিকাবিণী মাখনীয়ে, যেই কোনো কাম একালবপবা মহতিয়াই কবি যাব পাবিছিল। মতাব

কাম, মাইকীব কামব মাজত মাখনীয়ে পার্থক্য বাখিব নিবিচাবে। খবি নাইকিয়া হ'ল, ককায়েকহঁতলৈ বৈ নাথাকে, ঘপাঘপ্ কুঠাব মাৰি খবি কালে। তাহাঁতৰ এটা মতা ম'হ আছিল। গাত কাপোৰ জোৱা বয়সলৈকে তাই ম'হব পিঠিত উঠি চৰাই ফুৰিছিল। স্কুলৈ ছুবছৰ মান গৈছিল, এবি দিলে। ধুম্-ধুপাল স্বভাৱৰ ল'বা-ছোৱালীবোৰে সাধাৰণতে দিনৰ দিনটো একেঠাইতে আৱদ্ধ হৈ লিখা-পঢ়াৰ দৰে পিটিকা কামবোৰ কৰি ভাল নাপায়। মাখনীয়েও নাপালে।

মাখনীয়ে এটুকুৰা বেলেগে শাক-পাচলিৰ খেতি কৰিছিল। কবি, লাই, মূলা, বেঙেনা আদি বিক্ৰী কৰি পোৱা পইচা তাইৰ নিজৰ। হাঁহ-ছাগলিও বাখিছিল নিজৰ ববীয়াকৈ। ছোলা-কাপোৰ, তেল-টেঙাৰ কাৰণে ককায়েকহঁতক কাহানিও খাতিৰ নকৰিছিল।

মাকে কোৱাই যেনিহে মাখনীক গছত উঠি মধুৰী, জামু পাৰি খোৱাটো একৰাইছিল। কৰলৈ দিয়া কঠিয়াৰ ফেৰাবোৰ মতা মানুহে মাটি কিভবাত বুলাই থৈ নাহিলে মাইকীবোৰৰ গাল খাব লাগে, কামটো সাধাৰণ মানুহৰ কাৰণে অৱশ্যে টান। কিন্তু মাখনীৰ কাৰণে সেইটো এটা কামেই নাছিল। দুহাতে দুই-তিনি ফেৰাকৈ কঠিয়া লৈ হৰ্হৰ্কৈ টানি নি চকুৰ পচাৰতে গোটেই কৰলৈ দিয়া মাটিত বুলাই দিব পাৰিছিল। কোনো ডেকা ল'ৰাই তাইক জোকাবলৈ সাহস নকৰিছিল। কোনোবাই কিবা ক'লে আনব দবে লাজত কুঁচি-মুচি আঁতৰি নগৈ তাই কঁকালত হাত দুখন থৈ উভতি ধৰিছিল।

গাঁৱখনৰ কাবোবালৈ যদি মাখনীয়ে ভয় কৰিছিল, সি আছিল একমাত্ৰ সকটি। এইটো যে আচলতে ভয় নাছিল, সকটিৰ প্ৰতি তাইৰ গোপন প্ৰণয়হে আছিল, তাক এদিন প্ৰকাশ কৰিলে। মাখনীয়ে গোপন প্ৰণয়ৰ ভাব প্ৰকাশ কৰোঁতেও দ্বিধা-দ্বিধি, কোনো পাতনি, পেন্-পেননি কৰা নাছিল।

অহা-যোৱা, ঘনিষ্ঠতা, আপোন ভাৱৰ মাজতে কিবাকৈ মাখনী আৰু সকটিৰ মাজত অনামী মৰমে খুলি পুতি লৈছিল। এই ক্ষেত্ৰত

মাখনীয়েই অধিক সক্রিয় ভূমিকা লৈছিল। বিহুবতীয়া প্ৰথম গামোছাখন, প্ৰথম তিল-পিঠাখন সকটিক দিহে যেন মাখনীৰ মন জুৰ পৰিছিল। তাইৰ চলন ফুৰণ, কথা-বতৰাবোৰ ইমান খুলাখুলি, প্ৰকাশ্য আছিল যে, অন্যপ্ৰকাৰে ভাবিবলৈ অপৰৰ অৱকাশ নাছিল।

সকটি বুজন ল'ৰা। সি ভালকৈ বুজিব পাৰিছিল যে, মাখনী নামৰ এই হিন্দু ছোৱালীজনীয়ে তাক য'লৈ টানি লৈ গৈছিল, সেই ঠাই বৰ বিপদসঙ্কুল আছিল। সি মাখনীৰ বন্ধনৰপৰা এৰাবলৈ আপ্ৰাণ চেষ্টা কৰিও সফল হব পৰা নাছিল। দুই-চাৰি দিন তাইঁতৰ ঘৰলৈ নগলেই মাখনী সকটিহঁতৰ ঘৰ ওলাইছিলহি। তাই আটাইৰে আগত এনেদৰে কথাবোৰ কৈছিল যাৰ অৰ্থ, সি তাইঁতৰ ঘৰলৈ নগলেহে যেন, তাৰ দুৰ্বলতা প্ৰকাশ পাব, মানুহৰ বিৰূপ মনোভাৱ উপজিব। কেতিয়াবা মাখনি আবেলি আহি কথা পাতি পাতি সাঁজ লগাই দিয়েগৈ। তেনে অৱস্থাত সকটি বাধ্য হৈ তাইক আগবঢ়াবলৈ যাব লাগে। অশুভ পৰিণামৰ প্ৰতি যথেষ্ট সচেতন হৈয়ো, সকটিয়ে মাজে-সময়ে, জৈৱীক প্ৰয়োজনৰ তাগিদাত, মনৰ দৃঢ়তা আৰু সংযম হেৰুৱাই পেলাব খোজে।

ইতি সময়তে শেনচোৱা পুখুৰীৰ এঘৰে মাখনীক খোজা বঢ়া কৰিলে। কথা আগবঢ়া গম পাই মাখনীয়ে সকটিক নিভৃতে লগ ধৰি পোনপটীয়াকৈ সমস্যাটোৰ বিষয়ে আলোচনা কৰিলে, "সককাইটি, এতিয়া পিচে কি কৰা ?"

—কি কৰা নকৰাৰ কথা সুধিছ মাখনী ? মই বুজা নাই।

—মোক খুজিবলৈ মানুহ আহিছে। তোৰ পুৰি হাত পোৱাৰ আগতে কিবা এটা নকৰানেকি ?

—তোৰ কথা এতিয়াহে বুজিছোঁ। আমাৰ মনৰ আশা মনতে মাৰ যাবলৈ দিয়াৰ বাহিৰে উপায় নাই। তই হিন্দু, মই মুছলমান।

—তোমালোক মুছলমানবোৰ উভতি ওপজা নে মতা মানুহৰ গৰ্ভৰ পৰা ওলোৱা ? তোমালোকৰ মাইকীবোৰৰ কিবাখনহে ওলাবগৈ এতিয়া মোৰ মুখত !

—তোৰ কথাৰ উত্তৰ দিব পৰা শক্তি মোৰ নাই মাখনী। সঁচা কথা, হিন্দু-মুছলমানৰ মাজত মানুহ হিচাপে একো প্ৰভেদ নাই। মোৰ নানীৰ মাক ভইঁতৰ দিহিঙীয়া কীয়ৰী আছিল। ভালেই হওক বা বেয়াই হওক, সেই দিন সলনি হ'ল। সমাজলৈ পৰিবৰ্তন আহিল।

—এইখন সমাজ এৰি কোনোবা অজান্তি মূলকলৈ যাওঁগৈ ব'লা। চ'ৰাইটোলৈও কৰিং এটা দিছে, ঈশ্বৰে আমাকো য'ত ত'ত ভাত মুঠি দিব, আমি একো অপৰাধ কৰা নাই। মোৰ হাতত কিছু পইছা আছে, তুমিয়ো যোগাৰ কৰা।

—সেইটো কৰিব পাৰিবি মাখনী, কিন্তু ভাবি চা, আমাৰ এই কামে, ৰৰবামলৈ এটা অমঙ্গল আনিব। চিৰদিন মিলাপ্ৰীতিৰে থকা হিন্দু-মুছলমান সম্প্ৰদায় দুটাৰ মাজত শত্ৰুতা বাঢ়িব। অন্ততঃ এই কাৰণেই আমি আমাৰ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰিব লাগিব।

—মই এইবোৰ আওপকীয়া কথা বুজি নাপাওঁ। চিধা-চিধি কোৱা, মোক ধৰিবানে এৰিবা ?

—মোক মাফ্ কৰ মাখনী, মই নোৱাৰিম।

—ইমান দিনে তোমাকেই প্ৰকৃত পুৰুষ বুলি ভাবিছিলোঁ, সৰু কাইটি! এতিয়া দেখিছোঁ, তুমিয়ো কাপুৰুষ। এই বছৰ বিহুত তোমাক এখন মেখেলাহে উপহাৰ দিম, পিন্ধিবা। তুমিয়ো মোক আগৰ দৰে, একো তিৰোতাৰ বস্তু দিব নোৱাৰিবা, এখন চুৰিয়া দিবা। ভৱিষ্যতে মোৰ চকুৰ আগত ৰৰকৈ ওলাই-সোমাই নুফুৰিবা। ক'ৰবাত কিবা কৰি পেলাব পাৰো। আন্'হোৱালীৰ দৰে অমুকী পৰিমৰা নহওঁ, তোমাক নাপালে, ভাত-পানী এৰি শুকাই-কীণাই মৰিম বুলি নাভাবিবা। মৰিবলৈ মন গলে তুমিয়েই চিপজৰী ল'বাগৈ, কাপুৰুষ-বোৰ তেনেকৈ মৰাই ভাল।

এনেকৈ তিৰস্কাৰ কৰি সৰুটিৰ আগৰপৰা মাখনী বীৰাঙ্গনা সদৃশ মনোবল দৰ্শাই দপ্‌দপাই গুচি গ'ল। আবেগ-বিহ্বল সৰুটি কিন্তু তাইৰ দৰে যাব নোৱাৰিলে। বৰক বহু সময়লৈ সি ঠাইতে থৰ লাগি চৰণ পৰা মানুহৰ দৰে থিয় হৈ ৰ'ল। সেইজনীয়েই মাখনী, সৰুটিৰ

অনৰ জোখাৰে সহধৰ্মিণী হ'ব পৰা মানুহ আছিল। কিন্তু মাখনীৰ জীয়েকক লগপোৱাৰ পাচত এবাৰ পুনৰ সকটিয়ে চিন্তা কৰি চালে— মাখনী আৰু তাৰ বিচ্ছিন্ন জীৱন-যাত্ৰাই বাৰু উভয় ধৰ্মৰ কি উপকাৰ সাধিলে ?

মাখনীৰ বিয়া হৈ গ'ল। কিবা এটা অজুহাত উলিয়াই সকটি সেই কেইদিন ঘৰৰপৰাই আঁতৰি থাকিল। মাখনীৰ বিয়াত থাকিব পৰা সাহস নহ'ল সকটিৰ। মাখনীৰ দৰে বীৰাঙ্গনাৰ জয়যাত্ৰাৰ সময়ত, তাৰ দৰে কাপুৰুষৰ দৰ্শনে যাত্ৰাভঙ্গ কৰিব পাৰে। ছবছৰৰ পাচত সকটিৰো বিয়া হৈ গ'ল। এবাৰ মাখনী সকটিহঁতৰ ঘৰলৈ আহিছিল, হাচিনা তেতিয়া এক-প্ৰকাৰ ন-বোৱাৰী হৈয়েই আছিল। হাচিনাৰ লগত চা-চিনাকি হ'ল। মন-খুলি বহুতপৰ কথা-বতৰা পাতিলে। সকটি মাখনীৰ আগত কিন্তু সহজ হব নোৱাৰিছিল। তাৰ দুৰ্বলতা ধৰা পৰাৰ ভয়ত সি আঁতৰে আঁতৰে ইটো-সিটো কৰি ফুৰিছিল। বিয়াত নথকা কথাটোকে কেন্দ্ৰ কৰি তাই হাঁহিব চলেৰে সকটিক বহু কথা শুনালে। এবাৰ হাচিনাকো ক'লে, "চাবা ন-বৌ! সক কাইটিক গা গাবিয়েহে মানুহটো দেখিছা, ইফালে সাহসৰ নামে একোৱেই নাই। তোমাক কোনোবাই ধৰি লৈ গলেও, এওঁ হাত সাৱটি বহিহে থাকিব।

*  *  *

সকটিৰ ধাৰণা আছিল যে, তাৰ আৰু মাখনীৰ মাজত থকা সম্পৰ্কৰ বিষয়ে তৃতীয় এটা প্ৰাণীয়ে জনা নাছিল। পিচে, তাৰ সেই ধাৰণা উলট্-পালট্ কৰি দিলে তাৰ বিয়াৰ ৰভাতলত, এজনী ছোৱালীয়ে।

সকটিৰ বিয়াখন হিন্দু-মুছলমান উভয় সম্প্ৰদায়কে ৰীতি-নীতি সংমিশ্ৰিত এটা উমৈহতীয়া অনুষ্ঠানত পৰিণত হৈ পৰিছিল। ৰৰবামৰ সৰবৰহী ডেকা সকটিয়ে, এনে এঘৰ মানুহ নাছিল যাৰ প্ৰয়োজনত কিবা এটা নহয় এটা কৰি দিয়া নাছিল। সেয়ে সকটি হৈ পৰিছিল আটাইৰে ঘৰুৱা আপোন আপোন লগা ল'ৰা। ডেকা-গাভৰু মথাই, যি নিয়মকে চলাই দিলে, সেইটোৱেই চলি গ'ল, তাৰ বিয়াৰ ক্ষেত্ৰতো। বিৰাট অঞ্চলটোৰ অজাত গাঁৱৰ ডেকা-ডঙ্ৰাবোৰক ব'ত্তে লগ পাই

ও'তে বিয়ালৈ মুখেৰে হলেও মাতিবলগা হৈছিল। হাটে-বজাৰে লগ পোৱা অনেকে উপযাচি "তোৰ বিয়ালৈ খাই চুকোৱাও বুলি নামাত, আহিমেই," বুলি কওঁতা এটা সমনীয়া মানুহক বাক 'আহিবি' বুলি নোকোৱাকৈ কেনেকৈ থাকে। এইদৰে তাৰ বিয়াত ডেকা-গাভৰুৰ হেন্দোল-দোপ হৈছিল। শতকৰা নৱৈজন হিন্দু ডেকা-গাভৰুৰ সাক্রিয় অংশ গ্রহণত, সকটিৰ মুছলমানী বিয়াখনে এটা বিশিষ্ট ৰূপ ললে। ধর্ম-সম্পৰ্কীয় আছুতীয়া দুটামান নিয়ম-নীতিৰ বাহিৰে বাকী-বোৰত ৰক্ষণশীলতাৰ বেৰাখন উকৰি পাৰিবলৈ বাধ্য হৈছিল।

প্ৰথমেই ধৰা পৰিছিল গেটখনৰ বৈশিষ্ট্য। ওপৰৰ কাপোৰখনৰ সোঁ-মাজত আছিল কাচিজোন-তৰাৰ তলতে আৰবী শব্দ দুটামান। দুয়োফালে দুটা সকদৈয়া জাপি। কাষৰ কাপোৰত একালে আছিল শুভ-বিবাহ, আনফালে শ্রীশ্রীপ্রজাপতয়ে নম.। দুকালে দুটা কলপুলি। আমডালিও আৰি দিয়া হৈছিল। ৰভাৰ মাজভাগত জোন-তৰা অঙ্কিত চন্দ্ৰতাপ। ঘঁটি, বটনা, লুণ্ডী পৰিহিত দীঘল ডটীয়া মুছলমান জনদিয়েকৰ বাহিৰ-ভিতৰ অবাধ গমনৰপৰাহে বিয়াখন মুছলমানৰ বিয়া বুলি ধৰিব পৰা গৈছিল।

ডেকাহঁতে তিনি-চাৰিদিনৰ আগৰেপৰা সকটিহঁতৰ ৰভাঘৰৰ এমূৰে এটা তম্বু তৰি, ৰাতি ৰাতি গান-বাজনা, তাচ-পাশা খেলি কটাইছিল। নিয়ম থাকক বা নাথাকক, সকটি দৰা হৈ ৰভা-তলত বহিবলগা হৈছিল। ডেকাহঁতে ঢোল-পেঁপা লৈ বিহু মাৰিছিল। গাভৰুবোৰে দৰাক আগত লৈ জঁাত-জঁাত নাম গাইছিল। জোৰানাম গাই বহুতৰপৰা শৰাই খাইছিল। সকটিৰ দূৰ সম্পৰ্কীয় 'পকা-মুছলমান' ডেকা এটাই, 'এইটো কিয় কৰিলি? সেইটো আমাৰ নিয়ম নহয়', এনেকৈ লেকচাৰ জাৰি কৃৰিছিল। নামতীহঁতে তাক জোৰাই নাম গালে। 'সি বোলে ভোৰোলা ছাগলী, পোন্ধ-নাইকিয়া, মতানে মাইকী চিন ধৰিব নোৱাৰা ক'ৰবাৰ আও-গৰিয়া। তাক পালে চাকৰ ৰাখিবলৈ ভাল হৈছে' ইত্যাদি। বেচেৰা ঠাণ্ডা বনি গ'ল, পিচলৈ সি কোনো কথাতে মাত নমতা হ'ল।

জোৰানামে বিব্ৰত কৰি পেলাইছিল দৰাকো। নামতীহঁতে গাইছিল—সকটিয়ে হেনো প্ৰথম প্ৰেয়সীক প্ৰতাৰণা কৰিলে। প্ৰতাৰণা কৰাটো শাস্ত্ৰ-কোৰাণৰ মতে মহাপাপ। পুৰুষবোৰ ভোমো-ৰাৰ দৰে। নতুন নতুন ফুলৰ গোন্ধ লৈ ফুৰে, পুৰুষত সজাত নাই" ইত্যাদি। সকটিৰ কাণ-মূৰ গৰম হৈছিল। সি আঁৰ চকুৰে দেখিলে, নাম লগোৱা জনী সোণদা, মাখনীৰ সখীয়েক। মাখনীয়ে নিশ্চয় তাইৰ আগত সকটি আৰু মাখনীৰ সম্পৰ্কৰ কথা কৈছিল। সকটিৰ 'ফাইল'ৰ অৱনীয়ে উত্তৰ ধৰিলে—"হেৰ, তহঁতে দোচৰ বদনাম গাইছ কিয়? মিছাতে এনে জোৰানাম দিবলৈ কিহে পাইছে তহঁতক? ক'ত দেখিছিলি, ক'ত শুনিছিলি দোচে এনে কাণ্ড কৰা বুলি?" সোণদাইও গৰম গৰম উত্তৰ দিলে, "আমি মিছা গাইছোঁনে সঁচা গাইছোঁ তুমি তোমাৰ দোচৰ আলধৰা হৈ পিচে পিচে ঘূৰি ফুৰিছিলানেকি ক'ত কি ঘটিছিল দেখিবলৈ? সকটি কাইটিয়ে তোমাৰ দৰে ডাক্কোপ মাৰি কওকচোন, তেহে দেখিম। তোমাৰ কথাও কব লাগেনেকি?" অৱনী ভয়তে ছিটিকি পলাল। সকটিয়ে দেখিলে—গতি বেয়ালৈ যাব, ইমানতে সোণদাৰ মুখখন বন্ধ নকৰিলে তাই গোপন কথাবোৰ আৰু প্ৰকাশ কৰিব, এই ভাবি সি খৰখেদাকৈ মা-মহলাৰ শৰাই এখন দিহে তং পালে। তথাপি শৰাইখন লওঁতে সোণদাই, "সকটি কাইটিয়ে সকহে সৰকিব খুজিলে যেতিয়া আৰু উপায় নাই," বুলি কোৱা কথাষাৰ ঠহৰকৈ সকটিৰ কাণত বাজিছিল। (সেইজনী মাখনী এতিয়া বুঢ়ী হৈছে, নাতি-মুখ দেখিছে। 'নানা' বুলি নমস্কাৰ কৰা সেই ল'ৰাটো, নিজৰ নাতি কৰিব পৰাকৈ, এদিন মাখনীয়ে সকটিক সুযোগ দিছিল। মাখনীক ভয় কৰিবৰ এতিয়া আৰু কোনো কাৰণ নাই যদিও, বিপৰ্যয়ৰ বেলিকা পুৰুষসুলভ সাহসিকতাৰে যিদৰে মাখনীয়ে নিজক চম্ভালিলে, সেই কালৰপৰা তাই চিৰদিন সকটিৰ নমস্য হৈ থাকিব)।

সকটিৰ লগত বৰযাত্ৰী হৈ কন্যাঘৰলৈ যাওঁতে ভেকামথাই জানো কমখন কৰিলে! কন্যা অৰ্থাৎ হাচিনাহঁতৰ ঘৰ বকতা নেমুগুৰিত। বাপেক চাবোন (চাহাবন) আলি অঞ্চলটোৰ এজন শীৰ্ষস্থানীয় ব্যক্তি।

গৰিষ্ঠসংখ্যক হিন্দু মানুহৰ মাজত থাকি সকটিহঁতৰ দৰেই, নেমুগুৰিৰ মুছলমান সকলবো সামাজিক নীতি-নিয়মত হিন্দু অসমীয়াসকলৰ নীতি-নিয়মৰ অপূৰ্ব সংমিশ্ৰণ ঘটিছিল। মেল-মিটিং, বাজহুৱা অনুষ্ঠান আদি সকলোতে ধৰ্ম-নিৰ্বিশেষে সম্প্ৰীতি-সদ্ভাৱ দেখা গৈছিল। কন্যাঘৰতো গেট্ ৰভাঘৰ সকলোতে অসমীয়া সমাজৰ বৈশিষ্ট্য পৰিলক্ষিত হৈছিল। কেইবা ঠাইতো খিচ্‌খিচীয়া ল'ৰাবোৰে দৰা আগচিশৰাই খালে। কন্যাঘৰৰ ওচৰত গাঁৱৰ ডেকামথাই দ'ৰা আগচি ধৰি, 'ভিনিটি, বৈনাই, শালপতি' বুলি সকটিৰ লগত চিনাকি হ'ল। বগা চুৰট খালে। ঢুলীয়া এজোৰাই দৰা আগবঢালে। তেওঁলোককো যথাযথ মান ধৰা হ'ল। তাতো নামতীহঁতে জোৰানাম গাই ৰবৰমীয়া ডেকাহঁতৰ লগতে দৰা সকটিকো ঠকা-সৰকা কৰিলে।

'মোহৰানা' তথা 'দেন্‌মোহৰ'ৰ কথা উল্লেখ হ'লত ৰবৰমীয়া মথাই আপত্তি তুলি'ল, কোনো মোহৰানা থাকিব নালাগে। সেইটো বোলে দৰাৰ কাৰণে অপমানজনক কথা। স্বভাৱ-চৰিত্ৰত সন্দেহ কৰাৰ দৰে হয়। পিচে, তেওঁলোকক বুজাই দিয়া হ'ল যে, 'মোহৰানা' মুছলমানসকলৰ বিবাহৰ প্ৰধান নীতি এটা। ডেকাহঁতে মানি লোৱাই নহয়, বৰঞ্চ দুহেজাৰ মোহৰানাৰ সলনি পাঁচ হেজাৰ কৰালে। সিহঁতে যুক্তি দৰ্শালে যে, সকটিৰ দৰে এটা মানুহৰ 'কচমৰ' মূল্য কমেও পাঁচ হেজাৰ হব লাগিব। শেষত সেইটোৱেই হ'লগৈ।

বিয়া স্নুকলমেই হৈ গ'ল। সকটিৰ লগৰীয়াবোৰে হাচিনাৰপৰা মাংস-পোলাওৰ খানা এটা খাইহে এৰিলে। সকটিৰ সমনীয়া বা কম বয়সীয়াবোৰে হাচিনাক ন-বৌ বুলিছিল, কিন্তু সকটিয়ে ককাইটি বোলা গোটাচেৰেকেও সেইদিনা তাইক ন-বৌ বোলা দেখিহে সকটিৰ হাঁহি উঠিছিল। "চাক্‌টো লৈ লওঁচোন, পাচত লাগে বোৱাৰীকে বুলিম।" এইবুলি সিহঁতে কৈছিল। এই খানাটোত সকটিয়ে কিন্তু বিশেষ চিন্তা কৰিবলগা নহ'ল। ডেকাহঁতেই যা-যোগাৰ কৰি ললে। মাংসও দেখাৰ হৈছিল। ক'ৰপৰা কোনে কেনেকৈ আনিলে সকটিয়ে নাজানিলে। খাঁহী দুটা, পাঠা এটা কাটিছিল, হেনো। প্ৰথমে

কোনোবা দুটাই সম্ভাতে দুটা ছাগলী দিলে। পাচত এটা দিলে যোগধৰৰ পত্নী কনকাই সকটিৰ হৈ, ল'বাইঁতে খাওক' বুলি। ছাগলী কাটোতে এটা সমস্যাই দেখা দিছিল। মুছলমান ডেকা কিটাই হালাল নকৰাকৈ খালে ( সিহঁতৰ আপত্তি নাছিল যদিও ) আনসকলে বেয়া বুলিব পাৰে, ইপিনে হালাল কৰা হলেও হিন্দু ডেকাইঁতক কিজানি কোনোবাই কিবা কয়েই। উপায় এটা উলিয়ালে। সংখ্যাত হিন্দুৰ ডেকা হব দুগুণ, মুছলমান হব এগুণ। গতিকে এটা হালাল কৰা হ'ল, দুটা নকৰিলে। পিচে আটাইবোৰ মাংস মিহলাই পেলালে। যুক্তি দৰ্শোৱা হ'ল যে, হালাল নকৰা মাংস খাই মুছলমান কেইটাৰ যাওঁ যাওঁ কৰা ধৰ্মটো, হালাল কৰা এটুকুৰা মাংসই ঘূৰাই আনিব। আনহাতে হালাল কৰা মাংস খাই হিন্দুহঁতৰ পলাবলৈ সাজু হোৱা ধৰ্মটোক, হালাল নকৰা মাংস বেছি নহলেও এটুকুৰা খালেই আগভেটা দি ধমটো ৰাখি দিব। সিমানতো সন্দেহ থাকিলে মাংসৰ জোল অলপ গিলি দিলেই চব্ ঠিক হৈ যাব, কাৰণ মাংসৰ জোলত দুয়োবিধৰে ৰস থাকিব। ছাগলীটো হালাল কৰিবলৈ সময়ত মানুহ নাপাই লতিফক কামটো কৰিবলৈ ক'লে। লতিফে হেনো একো মন্ত্ৰতন্ত্ৰ নাজানে বুলি কোৰাত আনন্দই শিকোৱা মতেই সি, "হে আল্লা, তুমিয়ে দিলা, পাঠাটো তোমাৰ, জুঠাবোৰ আমাৰ"—এই বুলি হালাল কৰিলে।

*   *   *   *

বৰমইনা ( মহেন ) চাকৰিত সোমোৱা দুবছৰ মানৰ ভিতৰতে ঘৰ-খনলৈ বহুত পৰিবৰ্তন আহিল। এচ ডি অ' চেতিয়া চাহাবৰ অনুগ্ৰহত সি কেইমাহ মানৰ পাচতে 'বিল' বিভাগৰ কেৰাণী হ'ল। বিভাগীয় কৰ্মচাৰীকে ধৰি, সৰু-বৰ ঠিকাদাৰসকলৰ সি খাতিৰৰ মানুহ হৈ পৰিল। দৰ্মহা হিচাপে পোৱা টকাকিটাৰ এপইছাও খৰচ নকৰাকৈ ৰাহিবা পইছাৰে চলিবপৰা হ'ল। ঠিকাদাৰসকলৰপৰা পোৱা নানা-বিধ উপঢৌকনবোৰ আছেই। অফিছত ওপৰৱালা হলেও, ঘৰুৱা হিচাবে চেতিয়া চাহাব বৰমইনাৰ দদায়েক হৈ পৰিল। দুদিন-তিনি দিনৰ মূৰে মূৰে সি ৰেতবাবীৰ চেতিয়ানী খুৰীয়েকৰ ওচৰলৈ আহে,

তেওঁৰ নানা বিধ বস্তু সিয়েই নগৰৰপৰা কিনি-কুটি নি দিয়েগৈ।

নিজৰ ঘৰখনৰ উপৰিও মহেনে সকটিৰ ঘৰখনলৈয়ো কাণ-চকু দিলে। সি সকটিক কাঠমিস্ত্রিৰ কাম কৰাৰপৰা বিৰত কৰিলে। ৰাজহী-তাঁতহী য'ত যি দৰকাৰ হয় মহেনে দিবলৈ গাত ললে। তদুপৰি দুটা হালোৱা—এটা নিজৰ ঘৰলৈ, এটা সকটিৰ ঘৰলৈ বন্দোবস্ত কৰিবলৈ সকটিক ক'লে। সকটিৰ জীয়েক বিনীতাৰো পঢ়াৰ সমস্ত খৰচ বহন কৰিবলৈও স্বীকাৰ কৰিলে।

এইদৰে মহেনে সকটিক শাৰীৰিক কষ্ট কৰাৰ পৰা সম্পূৰ্ণ অব্যাহতি দিয়ালে। ইতিমধ্যে চেতিয়া-চেতিয়ানী দুয়ো গৈ ৰৰবামৰ মহেন আৰু সকটিৰ ঘৰত ফুৰি আহিলগৈ। তিনিয়োটা পৰিয়ালৰ মাজত যোগসূত্ৰ স্থাপন হ'ল।

* * *

দেশত আন্দোলন চলিছে। বিদেশী নাগৰিক বহিষ্কাৰৰ দাবীত সত্যাগ্ৰহ, পিকেটিং, ধৰ্মঘট কৰি, চৰকাৰৰ ওচৰত বিক্ষোভ প্ৰদৰ্শন কৰা হৈছে। অসমত অবৈধভাৱে থকা লাখ লাখ বাংলাদেশী, নেপালী বহিষ্কাৰ কৰিবই লাগিব। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো অসমীয়াই আন্দোলনত যোগ দিছে। স্কুল-কলেজীয়া ছাত্ৰ-ছাত্ৰীহঁতে পঢ়া-শুনা বিসৰ্জন দি ৰাজপথলৈ ওলাই আহিছে। সকটিয়েও গাঁৱৰ মানুহৰ লগত গৈ, মৰাণত থকা মাটি-হাকিমৰ অফিছৰ সন্মুখত পিকেটিং কৰি তিনিবাৰ গ্ৰেপ্তাৰ বৰণ কৰিছে। চাৰিওফালৰপৰা হেজাৰ-বিজাৰ মানুহ পিকেটিঙলৈ অহা দেখি সকটিৰ মন ৰণজিত-ৰণজিত লাগিছিল। অপ্লাৱিত নৰ-নাৰী সমবেত হোৱা স্থানডোখৰ তাৰ মনত তীৰ্থক্ষেত্ৰ যেন বোধ হৈছিল। তেনে ঠাইত পুলিচ-মিলিটেৰীৰ বন্দুকৰ গুলীত প্ৰাণ গলে আত্মাটো স্বৰ্গবাসী হ'ব বুলি সকটিৰ একান্ত বিশ্বাস জন্মিছিল।

'ৰণ-শিঙা' দিৱসৰ দিনা সকটি গৰিয়া ঘৰৰখীয়া হবলগাত পৰিল দেখি, শোভাযাত্ৰাত সহযোগ কৰিব নোৱাৰিলে। ঘৰতো একো কাম কৰিবলৈ তাৰ মন নগ'ল, ইচাটি-বিচাটি কৰি দিনটো কটাই দিলে।

ঘেমেছী, কলালুৰ, কেৰেকণি-চুক, কোঁচ গাঁও, দিহিঙীয়া গাঁও, চাংমাই-গাঁও আদিৰপৰা মৃদং, খোল, ঢোল, পেঁপা, তাল, টকা আদি নানা তৰহৰ বাদ্যযন্ত্ৰ লৈ, শ-হেজাৰ মুনিহ-তিৰোতা, ডেকা-গাভৰুৱে শোভাযাত্ৰা কৰি ৰৰবামেদি চকলিয়া চেপনৰ অভিমুখে পাৰ হৈ যোৱা সকটিয়ে দেখিছিল। ৰাম-নাম, দিহা-নাম, বৰগীত, টোকাৰী গীত, দেশ-প্ৰেম-মূলক গীত, ৰামধুন আদি গাই আকাশ মুখৰিত কৰি তুলিছিল। সমদল-বোৰত পুৰুষতকৈ তিৰোতাৰ সংখ্যা অধিক আছিল। সকটিয়ে আগদিনাৰপৰাই ভাবিছিল, ৰৰবামৰ সমদলটোত সিয়ো যাব। ধুতি-ছোলাজোৰ আৰু কাপোৰৰ জোতাজোৰ ধুই থাই থৈছিল। ছাতিটোৰ ফটাভোখৰ সি সৈছিল, ৰ'দ চোকা হ'লে বা বৰষুণ দিলে দৰকাৰ হব বুলি। ৰৰমইনাই তাক কাঠমিস্ত্ৰি কাম একওৱাৰপৰা সি আজিকালি ৰ'দ সহিব নোৱাৰা হ'ল। আগেয়ে টিকা ফটা ৰ'দতো দিনৰ দিনটো কাম কৰিব পাৰিছিল, অৱশ্যে এতিয়া তাৰ চুলি সৰি তালুখনো উদং হৈ পৰিছে। ৰ'দ সহিব নোৱাৰা কাৰণ সেইটোও এটা।

নামঘৰৰ ওচৰৰ মুকলিত, ল'ৰাহঁতে টেঙাবল খেলা, ফিল্ড্‌খনত ইতিমধ্যে মানুহ জমা হৈছিলেই। অন্য ঠাইৰ দুই-এটা সমদল খোল-মৃদং আদি বাদ্যযন্ত্ৰ বজাই আগবাঢ়ি অহা সকটিৰ কাণত পৰিল। সি ধুতি কাপোৰ পিন্ধি সাজু হৈ, টেমাটোত তামোল খনদিয়েক কাটি ভৰাই লোৱাৰ মানসেৰে পাণ তামোলৰ বটাটো বাহিৰলৈ আনি তামোল কটাত লাগিল। ঘৈণীয়েক হাচিনাক যাবলৈ কোৱা লাভ নাই। আগতে কৈ-মেলি এবাৰো পঠাবপৰা নাই। জীয়েক বিনীতাৰপৰা সেই কাৰণে মাকে বকনি শুনিবলগাত পৰে। হাচিনাক লাজকুৰীয়া বা পিচপৰা বোলাতকৈ, এজনী হোজা গাঁৱলীয়া অসমীয়া বোৱাৰী বুলিলেহে খাপ খাব। তাই মানুহৰ এনেকুৱা সমাগমৰ আগত ওলাবলৈ সঙ্কোচ কৰে। নিজৰ সম্পৰ্কীয়সকলৰ বাদেও, গাঁওবৰীয়া, অনাত্মীয় যদিও, যিসকল সকটিতকৈ জ্যেষ্ঠ (হিন্দু) লোক আছে, সেইসকলক হাচিনাই শহুৰ-ৰৰজনা ৰূপে যথেষ্ট সমীহ কৰে। এনেস্থলত এইসকলৰ আগত শ্লোগান দি, চিঞৰ-বাখৰ কৰি, শোভাযাত্ৰাত যোগ দিয়াটো

হাচিনাৰ কাৰণে অসম্ভৱেই নহয়, ( মাইকী মানুহ এনে হোৱাটো ) পাপ বুলিও ভাই ভাবে। জীয়েক বিনীতাই, সংগঠনৰ কামত হবেণইতৰ ( সকমইনা ) লগত মুকলি মুৰীয়াকৈ ঘূৰি ফুৰাৰ কাৰণে, সকটিক হাচিনাই কথা শুনায়। বোলে, "এনেকৈ ঘূৰি ফুৰা জীয়েকজনীক কোন ভাল মুছলমানলৈ দিয়ে দেখিম নহয়। বাপেকীটো হৈ জীয়েক-জনীক এষাৰ কথাও যদি ক'লেহেঁতেন। কাৰ তেজ আছিলে এইজনীৰ গাত?" সকটিৰ খং মুঠি, হাঁহিহে উঠে। সি কয়, "হেৰৌ, তোৰ জীয়েৰক নিওঁতা কোনো মুছলমান নোলালে, হিন্দু ওলাব। দিনকাল সলনি হৈছে, তই চিন্তা নকৰিবি। তই যে তেজৰ কথা কৈছ, তেজ আজিকালি কিনিবলৈ পায়, বুজিছ? বৰ বেয়ালৈ গলে, জীয়েৰৰ গাত, কোনো ভাল মানুহৰ তেজ ছুবটল মান আনি ভৰাই দিলেই ভাল হৈ যাব, চিন্তা নাই। অলপতে বোলে বৰবাৰীত বেমাৰী হৈ পৰি থকা গোঁসাই এজন যাওঁ যাওঁ হৈছিল, তেওঁৰ তেজৰ লগত মিলা তেজৰ ভাল মানুহ এজনো নাপালে। শেৰত তাবেই মেতৰণী এজনীয়ে এবটল আৰু চকিদাৰ কাম কৰা গৰিয়া ল'ৰা এটাই এবটল তেজ দিলতহে, গোঁসাই সেই যাত্ৰালৈ ৰ'ল। এতিয়া চাচোন, গোঁসাই বুলিলে বুলিবৰ নাই, এনে ভাল মানুহৰ গাত থকা নিজৰ তেজকণো দেখোন মেতৰণী আৰু গৰিয়াৰ তেজহে আছিল, বেমাৰ হ'লতহে ধৰা পৰিল। সিদিনা কন বায়নে কৈছিল বোলে, সেই গোঁসাইয়ে, অজাতিৰ তেজ লোৱাৰ কাৰণে, ভোক-লঘোন দি, মূৰ খুৰাই পৰাচিত হ'বই হ'ব, তেহে শুচি হ'ব। মই আকৌ ক'লোঁ, বোলোঁ বাহিৰে শুদ্ধ হ'ব পাৰিলেও তেজটোপা যে গাত থাকি যাব, শুদ্ধ হ'ব কেনেকৈ? যাৰ লগত গোঁসাইৰ তেজ মিলি পৰিল, সেই মেতৰণী আৰু গৰিয়া ল'ৰাটো অজাতি নহয়, বৰং একে জাতহে।" এইদৰে কৈ মেলি সকটিয়ে বিনীতাৰ প্ৰসঙ্গটো পাতলাই দিছিল। তেনেজনী ৰক্ষণশীলা হাচিনা নোযোৱাৰ সুবিধাটো সকটিয়ে লৈছিল, আন্দোলনলৈ গৈছিল।

খেমেছীৰ সমদলটো এইমাত্ৰ সকটিহঁতৰ ঘৰৰ আগেদি গায়নে-বায়নে

পাৰ হৈ গ'ল। সকটিৰ তামোল কটা শেষ হৈছিল। টেমাটোত এটেমা কৰি তামোল ভৰাই মুখনিখন মাৰিছেহে, এনেতে হাচিনা আহি ওচৰত থিয় হৈ ক'লেহি, "মই আজি যাম, নিজে ঘৰ ৰখিব লাগিব।" গছত গৰু এটা উঠা দেখি যিমান আচৰিত হব লাগে, হাচিনাৰ কথা শুনি সকটি তাতকৈ কম আচৰিত নহ'ল। সি পেটৰ ভাব লুকুৱাই ৰাখি ক'লে, "কি মুছলমান বোৱাৰীয়ে পৰ্দা এৰি আলিবাটত তহল দিয়ে? তেনেজনী মাকৰ ছোৱালীক কোন ভাল মুছলমান ল'ৰাই বিয়া কৰিবহে?" সকটিৰ বক্রোক্তি বুজি পাইয়ো হাচিনাই বৰকৈ কথা নবঢালে, "সেইবোৰ লাং-ভাং কথা আজি মুশুনোঁ," বুলি ক্ষন্তেকতে কাপোৰ-কানি পিন্ধি সকটিৰ কাষেদিয়েই গপ্-গপ্কৈ ওলাই গ'ল। হাচিনা গৈ চকুৰ আঁৰ নোহোৱালৈকে সকটিয়ে চায়েই থাকিল। সকটিৰ চকুত যেন হাচিনা আজি নতুন মানুহ। মৰা সাপকো দেই নোযোৱা, চাবন আলিৰ জীয়েক হাচিনাক আজি বিদেশী খেদিবলৈ ওলাই যোৱা কোনোবা মূলা-গাভৰু যেন লাগিল। এইজনী হাচিনাৰ মোহৰ্না ছহেজাৰৰ ঠাইত সকটিৰ লগৰ অগকৰা কেইটামানে পাঁচ হেজাৰ কৰিছিল। তালাক্ দিয়াৰ প্ৰশ্ন নাথাকিলেও ছোৱালীৰ গুণা-গুণৰ লগত খাপখোৱা ধৰণৰ মোহৰানাৰ অঙ্কটো হব লাগে। পাঁচ হেজাৰ কিন্তু খাপচাবা হৈছিল। পিচে, আজিক চাই, সকটিৰ মনত ধাৰণা হ'ল যে, পলমকৈ হলেও হাচিনা পাঁচ হেজাৰ মোহৰানাৰ লায়ক হৈছে। হাচিনাক এই মুহূৰ্ত্তত, সকটিৰ মনত 'মাখনী,' 'মাখনী' যেন বোধ হ'ল। পিচমুহূৰ্ত্ততে সি 'তৌবা, তৌবা' কৰিলে, পৰস্ত্ৰী মাখনীক তাৰ স্ত্ৰীৰ ঠাইত ভবাটো যে এটা গুনাহ্।

সকটি থিয় হ'ল। সোঁ-হাতৰপৰা তামোলৰ টেমাটো বাওঁহাতলৈ নি, সোঁহাতেৰে ছোলাৰ বুটাম কেইটা খুলি থাকোঁতে অন্য এটা ভাৱনাই দেখা দিলে( "আন্দোলনলৈ যোগাৰ কৰা তামোল টেমা আন্দোলনতে লাগক, আৰু এবটামান কাটি পতলিয়াই থবহে লাগিব। মানুহখিনি ঘূৰি আহোঁতে একোখনকৈ তামোল খুৱাম। পানী কেই-বাল্টিমান ঘটি-গিলাছসহ য়োগাৰ কৰি থব লাগিব। বেলি লহিয়ালে

পঠুলি মুৰত থকা নাহৰ জোপাৰ ছাঁ পৰিব, তেতিয়াই পানী নি থমগৈ। পকাকল পোৱা যাবনেকি ? বিচাৰি চাব লাগিব। অন্ততঃ বুঢ়া-বুঢ়ী-বোৰক দিব পাৰিলেও কত। বহুত বুঢ়া-বুঢ়ী গৈছে, আনকি মাণিক মাষ্টৰৰ বুঢ়ীমাক কঁকাল পৰা বুঢ়ীয়েও লাখুটি বাই গৈছে। ঘূৰি আহোঁতে লঘোনে-ভোকে লেবেজান হৈ আহিব। আটাইবোৰেই মোৰ চিনাকি, পেহা, মহা, পেহী, জেঠাই, আতা, বুঢ়াদেউতা আদি এটা নহয় এটা সম্বোধন ধৰি মাতোঁ।"

সকটিয়ে বুটাম কেইটা আকৌ মাৰি লৈ, দুৱাৰখনত দাং-মাৰিদাল লগাই, পকাকল বিচাৰি ওলাই গ'ল।

*　　　　*　　　　*

'সংকল্প শিখা' অনা দিনাখন নিশা হোৱাৰ বাবে হাচিনা নগ'ল, সকটিয়ে যাবলৈ পালে। শদিয়াৰপৰা ধুবুৰী পৰ্যন্ত, এঠাইৰপৰা সিঠাইলৈ, এজনৰ হাতৰপৰা সিজনৰ হাতলৈ, আগবঢ়াই-বঢ়াই কঢ়িয়াই অনা শিখা, চেপনৰপৰা দৌৰবীৰ জনে আনি, হিচাব মতে পুৱতি নিশামানত চকলিয়া পোৱাহিৰ কথা আছিল। সেইমতে চকলিয়াত সজা তোৰণৰ ওচৰত সমবেত হবলৈ ৰাইজলৈ আহ্বান জনোৱা হ'ল। পিচত খবৰ আহিল যে, নিৰ্দিষ্ট সময়তকৈ কমেও তিনিঘণ্টা সময় আগবাঢ়িছে। অৰ্থাৎ চকলিয়া পাবহি ১০/১১ বজাৰ ভিতৰত। ৰবৰমীয়া ৰাইজৰ লগত সকটিও গ'ল।

তোৰণক কেন্দ্ৰ কৰি আলিৰ দুয়োকাষে অলেখ পুৰুষ-মহিলা, ল'ৰা-ছোৱালী শাৰী পাতি অধীৰ আগ্ৰহেৰে বাট চাই আছে। চকলিয়াৰ-পৰা ডিমৌৰ অভিমুখে শিখা কঢ়িয়াই নিবলৈ সাজু হৈ থকা ল'ৰাজনক ফুলৰ মালা, কপালত বিজয় তিলক পিন্ধাই আয়তীসকলে উৰুলি দিওঁতে সকটিৰ চকুৰ কোণত পানীয়ে আমনি কৰিছিল।

'জয় আই অসম' ধ্বনি দি মটৰ চাইকেলেৰে কেইজনমান ডেকা পাৰ হৈ যাওঁতে কৈ গ'ল যে, শিখা চেপন তিনি আলি পাৰ হৈ আহিছে। জনতাৰ মাজত উথল-মাথল লাগিল। শৃঙ্খলা ৰক্ষা কৰিবলৈ স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকাসকলে দৌৰা-দৌৰি কৰিবলৈ ধৰিলে।

সকমইনা ( হবেণ ) আৰু বিনীতাহঁতৰ দল হুটাকো সকটিয়ে দেখিলে। অৱশেষত সেই শুভমুহূৰ্ত আহি পৰিল। আগে-পাচে নিৰাপত্তা বাহিনীৰ মাজত শিখা বহনকাৰী ল'ৰাজনক দেখা পোৱা গ'ল। পৱিত্ৰ শিখাৰ প্ৰতি শ্ৰদ্ধা জনাই আয়তীসকলে উৰুলি দিলে, পুষ্প-বৃষ্টি কৰিলে। 'জয় আই অসম' ধ্বনিৰে আকাশ লঙ্ঘি গ'ল। নতুন-জনৰ হাতলৈ শিখা আগবঢাই দি আগৰজন বৈ দিলে। নতুনজনে শিখা লৈ নিমিষতে ঢাপলি মেলিলে। বৈ দিয়া ল'ৰাটি ভাগৰত ফোপাই-জোঁপাই থকা দেখি এগৰাকী আলৰ বুঢ়ী আইতাই, কাষ-চাপি আহি তাৰ গালে-মূৰে হাত ফুৰাই কান্দি পেলালে। "আয়ৈ মোৰ বোপাই। তহঁতৰ এই দুখ চাবলৈকে আমি মৰিশালিবোৰ জীয়াই আছোঁনে ?"—বুলি বুঢ়ী আইতাই যেতিয়া কান্দিবলৈ ধৰিলে, ওচৰত থকাসকলেও চকুৰ পানীক বাধা দিবপৰা নাছিল। কোনোবা এজন বাতৰি যোগনিয়াৰে বুঢ়ী আইতা আৰু ল'ৰাটিৰ ফটো ললে। আইতাৰ ঘৰ দিহিঙীয়া গাঁৱত। এই ৰাতিখন কষ্ট পাব বুলি আটাইয়ে বুঢ়ী আইতাক বাধা দিছিল, কিন্তু কাৰো কথা নামানি তিনি মাইল বাট, হালি পৰা কঁকালেৰেই চকলিয়া পাইছিলহি।

শিখা অনা ল'ৰাটিৰ পৰিচয় দিলে। তেওঁৰ নাম ম° মকবুল আলি, ঘৰ মৰাণত। ল'ৰাটিয়ে বাইজলৈ নমস্কাৰ জনালে। সকটি গৰিয়াৰ মন গৰ্বত ফুলি উঠিল। বিদেশী মুছলমানক খেদিবলৈ, অসম আইৰ মান ৰক্ষা কৰিবলৈ অসমীয়া মুছলমানসকল ওলাই আহিছে। আইক পূজিবলৈ সকলোৰে সমান অধিকাৰ আছে, ইয়াত জাত ধৰ্মৰ কথা নুঠে। বুঢ়ী আইতা, মাণিকী দিহিঙীয়াইও নাভাবিলে, তেওঁ বুকুত সাৱটি লোৱা, মৰম কৰা ল'ৰাটি হিন্দুনে মুছলমান, জাতিৰনে অজাতিৰ। সেই সময়ত বুঢ়ী আইতাৰ কাৰণে ল'ৰাটিৰ এটাই মাথোন পৰিচয় আছিল—সি অসম আইৰ ফুল কুমলীয়া সন্তান, বুকুৰ তেজ দি আইৰ পূজা কৰিবলৈ ওলাই আহিছে। সি বুঢ়ী আইতাৰ নিজৰেই নাতি স্বৰূপ।

* * * *

পুৱা, জুশালৰ কাষত বহি তামোল পতহিয়াই আছিল সকটি গবিয়া। সি গোটা তামোল খাব পাৰে, দাঁত সৰা নাই যদিও এই কেইদিন গুৰি দাঁত দুটা ৰবকৈ বিষাইছে। মুখ-হাত ধুই তামোল এখন মুখত নিদিয়াকৈ সি থাকিব নোৱাৰে। হাচিনাই জুইৰ ওচৰতে চাহৰ কেট্‌লিটো বহাই দি ভিতৰৰ জুইশালত জলপান সিজাইছিল। জীয়েক বিনীতা শুইয়েই আছিল।

সকটি গবিয়াৰ একেজনী ছোৱালী বিনীতা বেগম, অষ্টম শ্ৰেণীৰ ছাত্ৰী। আন্দোলন আৰম্ভ হোৱাৰপৰাই তাইৰ গাত গোঁসাই নাইকিয়া হৈছে। গাঁওখনত গঠনহোৱা মহিলা বাহিনীৰ নায়িকা হোৱাৰপৰাই তাইক ঘৰত পাবলৈ নাই। পুৱাই কিবাকিবি দুটামান খাই ওলাই যায়। কেতিয়াবা ৰাতিটোৰ কাৰণে ঘৰলৈ আহে, নহলে প্ৰায়ে কোনোবা লগৰীয়াৰ ঘৰতে থাকে। চান্দা তোলা, মৰাণ তৈলক্ষেত্ৰত ধৰ্মঘটকাৰীসকলৰ কাৰণে চাউল, শাক-পাচলি সংগ্ৰহ কৰা, পিকেটিং কৰিবলৈ ভাগে-ভাগে মহিলা ছোৱালীবোৰ পঠিওৱা আদি কামত আন জনীদিয়েক ছোৱালীৰ লগ লাগি ঘূৰি ফুৰে। বাপেকৰ আলসুৱা হোৱাৰ কাৰণেই হ'বলা, সকটিকহে বিনীয়ে যেই কোনো কথাত আবদাৰ কৰে। মাকে মুখেৰে ৰবকৈ নকলেও, ঘূৰি ফুৰাৰ কাৰণেযে খং কৰে সেই কথা তাই জানে। সকটিয়েও বুজে, ছোৱালী মানুহ এনেকৈ ঘূৰি ফুৰাটো ভাল নহয়, কিন্তু দেশত যি তোলপাৰ লাগিছে, সিয়েই বা 'নাযাবি' বুলি কয় কেনেকৈ? তাইৰ দৰে কিমান ছোৱালীক পুলিছ-মিলিটাৰীয়ে জধম কৰিছে, বলাৎকাৰ কৰিছে, তাৰেই বা হিচাব কি? বিনীহঁত অন্তত' সেইফালৰপৰা ভালে-কুশলেই আছে। তাইৰ যোগ্যতা আছে দেখি আটাইয়ে তাইক নায়িকা পাতিছে। সকটিয়ে নিজেই সেখোন ডেকাকালত আটাইৰে নায়ক স্বৰূপ আছিল। দায়িত্ব এটা থাকিলে আনতকৈ বেছি খাটিবই লাগিব। "তই নালাগে ফুৰিব, আন্দোলনলৈ যাব নোৱাৰ," বুলি ক'লে, ছোৱালীবোৰৰ আক সক-ম্ৰইনাইতৰ (হুবেণ) ষিবোৰ প্ৰশ্নৰ সন্মুখীন হব লাগিব, তাৰ উত্তৰ

সি বিচাৰি নাপাব—"বিনীতাই কিয় আন্দোলন কৰিব নালাগে? তাই অসমীয়া ছোৱালী নহয়নেকি? সিহঁত মুছলমান কাৰণে বাংলাদেশী মুছলমানবোৰ আপোন হ'লনেকি? সংখ্যালঘু ছাত্ৰ বা ৰাজনৈতিক বদনহঁতৰ লগ লাগিছেনেকি? দেশৰ সকলো ল'ৰা-ছোৱালী নষ্ট হওক, বিনী ভালে থাকক বুলি ভাবিছেনেকি?" ইত্যাদি এশ-এবুৰি প্ৰশ্ন উঠিব।

যি সকটি গৰিয়াই আন্দোলনৰ বিৰুদ্ধে দুই এটা কথা কোৱাৰ কাৰণে, চেপনৰ ছিলেটীয়া বঙালী মৌলবীটোক মাৰিবই খুজিছিল, 'ৰণ শিঙা দিবস'ৰ দিনা নাম-কীৰ্তন পতাৰ কাৰণে হৰকান্তক গালি দিছিল, সেইটো মানুহে এতিয়া জীয়েকজনীক বাধা দিয়ে কিদৰে? হাচিনাকো সি দোষ নিদিয়ে। তাই আন্দোলন বিৰোধী নহয়, কিন্তু মাকবোৰে" জীয়েকহঁতৰ ক্ষেত্ৰত পৃথিৱীখনৰপৰা ফালৰি কাটি আহি চিন্তা কৰেতো। বিনীক খুজি দুই-এঘৰে সকটিৰ কাণ চোৱাইছে যদিও, এতিয়া বিয়া দিয়াৰ কথা চিন্তা কৰিব নোৱাৰি। বিনী যিজনীহে, ঘৰতেই আন্দোলন আৰম্ভ কৰি দিব। আন্দোলনৰ কামত ল'ৰা-ছোৱালীবোৰৰ মিল'-মিছা বেছি হোৱাটোও এটা বিপদৰ কাৰণ বুলি হাচিনাই ভাবে। কথাটো সিমান দলিয়াই পেলাব পৰা বিধৰ নহয় কাৰণেই সকটিয়ে বৰকৈ প্ৰতিবাদ নকৰে। বিনীৰ দৰে সকমইনাও (হবেণ) ল'ৰাহঁতৰ নায়ক। দুয়োটাই একেলগে সংগঠনৰ কামত ফুৰিব লগাটো স্বাভাৱিক কথা। যোগধৰৰ পুতেক সকমইনাকনো পৰ বুলিবা কেনেকৈ। দুয়োটা পৰিয়াল জানো একেটাৰ দৰে থকা নাই। বৰমইনাই চাকৰিত সোমাবৰপৰা সকটিৰ পৰিয়ালৰ কাৰণে যিখিনি কৰিছে, নিজৰ পু'তক ভতিজাক এটা হোৱা হলেও সিমানখিনি নকৰিলেহেঁতেন। সকমইনাৰ লগত ফুৰাৰ কাৰণে সকটি হাচিনাই সন্দেহ কৰিছে বুলি জানিলে কম বেয়া কথা হবনে?

নতুন পুৰুষৰ কাৰণে যিটো আদৰ্শ বা প্ৰগতি, পুৰণি চামে তাক সহজ ভাৱে লব নোৱাৰে। সকমইনা আৰু বিনীৰ দৰে ডেকা-গাভৰুৰ বাটটো বৰ পিছল। (মাখনীৰ কথা হঠাৎ মনত পৰি গ'ল সকটিৰ।)

এই নিচিনা বিপদৰ কথা ঠাঁবে-চিয়ঁাৰে হাচিনাই শুনাই থাকে যদিও, সকটিৰ সাহস নহয়, বিনীক 'সকমইনাৰ লগত ফুফুবিবি' লেখিয়া কিবা এটা কৰলে। সকমইনাই ভাবিব 'দাইটিৰ মনটো বৰ ঠেক', বিনীয়ে দুখ কৰিব 'পাপাজান ইমান নীচনে ? এনে বাপেকৰ জীয়েক হোৱাটো মোৰেই দুৰ্ভাগ্য'—কোনোবাই তাৰ সম্পৰ্কে এনেদৰে ভাবিবলগা হোৱাৰ আগেয়ে সি মৰি যোৱাই ভাল।

এইবোৰ কথাৰ দীঘ-বানি মনতে সকটিযে পাগুলি থাকোঁতেই, সকমইনা হৈ-হাল্লা কৰি সোমালহি। বিনীতাক মাতি মাতি সি সকটিৰ ওচৰ পাই সুধিলে, "দাইটিয়েচোন মন-চন মাৰি বহি আছা।" আকৌ হাচিনাক মাতিলে, "খুৰীটি, কিবা খোৱা বস্তু যোগাৰ কৰিছা যদি মোকো দিবা, মুখ-হাত ধুইয়েই আহিছোঁ।" "বহচোন সকমইনা, মোৰ হলেই। আমাৰ এইপাত দেখোন উঠাই নাই," এইবুলি কৈ হাচিনাই সিজোৱা জলপানৰ বাটি দুটা আনি সকটি আৰু হৰেণৰ আগে আগে দি চাহপানী বাকিবলৈ ললে। ইতিমধ্যে বিনীতা উঠি মুখ ধুবলৈ গ'ল। চাহ দি থাকোতেই হাচিনাই কথা উলিয়ালে। "এৰা সকমইনা, মই তাইকো কৈছোঁ। তহঁতি এনেকৈ দিনে-ৰাতিয়ে, খোৱা-শোৱাৰ লাগ-বান্ধ নাৰাখি ঘুৰি-ফুৰিলে কেনেবাকৈ অসুখ-বিসুখ হ'ব। কেইদিন মান বোলো, ঘৰতে থাক, দেহালৈয়ো জানো চাব নালাগে বোপাই ?" হৰেণে হাচিনাৰ কথা শুনি, হাঁহি হাঁহি ক'লে, "আমাৰ আন্দোলনৰ কিছুমান ভিতৰুৱা কাম আছে খুৰীটি। সেইবোৰত ঘুৰি-ফুৰোতে, ঘৰলৈ আহিবলৈ সময়েই নোলায়। সেইবুলি ৰাতি টোপনি খতি নকৰোঁ বা ভাত-পানী নোখোৱাকৈ নাথাকোঁ। তোমালোকে চিন্তা নকৰিবা, ক'ৰবাত বিনীহঁত থাকিবলগা হ'লে কেম্প্ পাতি বহুত ছোৱালী একেলগে থাকে। ছোৱালীবোৰৰ যাতে কোনো অসুবিধা নহয়, তাৰ বাবে আমাৰ কৰ্মকৰ্তাসকলে চোকা নজৰ ৰাখে। কষ্টতো হৈছে সকলোৱে। পিছে ছোৱালীবোৰ এতিয়া তোমালোকে ভবাৰ দৰে অৱলা হৈ থকা নাই। বিনীৰ নিচিনা একোজনী ছোৱালীয়ে ছয়-সাতটা পুৰুষক জয় কৰিব পৰা শক্তি সঞ্চয় কৰিছে। এই বিনী, এই

কালে আছ।" বিনীক নির্দেশ দি হবেণে পকা ইটা কেইচটামান অনালে। হবেণে দুচটা ইটা, মাজত ছয় ইঞ্চিমান ফাঁক থৈ থিয়কৈ বাখিলে, এই দুচটা ইটাৰ ওপৰত আন এচটা ইটা পথলুৱাকৈ বাখি সকটিক ক'লে, "দাইটিক এই অঞ্চলতে বৰ বলী মানুহ বুলি আটায়ে কয়। এতিয়া বাক এই ইটাচটা হাতৰ গদি বা ভুকু মাৰি ভাঙিব পাৰিবানে ? চোৱাচোন।" সকটিয়ে চেষ্টা নকৰাকৈয়ে ক'লে, "লোহা যেন টান ইটাচটা ভাঙিবলৈ কুঠাৰ মাৰিব লাগিব সকমইনা।" হবেণে তেতিয়া বিনীতাক ক'লে, "এই বিনি, তই পাৰ যদি দাইটি খুৰীটিক ইটাচটা ভাঙি দেখুৱাই দেচোন!" বিনীয়ে হাঁহি হাঁহি হেলাবঙে, হাতৰ গদি মাৰি ইটাচটা মাজতে ভাঙি পেলালে। কাণ্ড দেখি মাক-বাপেক সেইফালেই থৰ লাগিল। তাৰ পাচত বিনীয়ে একেলগে ঠাক্ পাতি তিনিচটা আঁক হবেণে পাঁচচটা ইটা ভাঙি দেখুৱালে। হঠাৎ হবেণে পিচফালৰপৰা বিনীতাৰ হাত এখনত খামুচি ধৰিলে, কি হৈছে নহৈছে সকটি হাচিনাই টলকিবলৈ নো-পাওঁতেই, বিনীয়ে আচম্বিতে এটা বিশেষ কায়দাৰে হবেণক আচাৰ মাৰি পঠালে। হবেণ কৰ্কাল খাই কেইবা হাত দূৰত পৰিলগৈ। তাৰপৰা উঠি আহি সি হাঁহি হাঁহি ক'লে, "খুৰীটিহঁতে এতিয়া দেখিলা নহয়, মই পৰিব নজনা হলে হাড়-মূৰ গুড়ি হ'লহেঁতেন। তোমালোকে এতিয়া বিশ্বাস কৰিছা বোধকৰোঁ, ইটা তিনিচটা ভাঙিবলৈ যিটো জোৰ বিনীয়ে দিছিল, সেই জোৰত এটা মানুহৰ গাত মাৰিলে কি অৱস্থা হব। কোনোবাই দা-লাঠিৰে আক্ৰমণ কৰিবলৈ আহিলেও আমি সুদা হাতে যুঁজিব পাৰো।" হাচিনাই মূৰে-কপালে হাত দি সুধিলে, "ইয়ে আল্লা! তহঁতে এইবোৰ ক'ত, কেতিয়া শিকিলি সকমইনা?" হবেণে চমুকৈ ক'লে, "আমি যে, সাজে-সময়ে কেইবাদিনলৈও ঘৰলৈ নাহোঁ, তেতিয়াই এইবোৰৰ চৰ্চা কৰিছোঁ। প্ৰথমে আমি যিবোৰে শিকি আহিছোঁ, নতুনবোৰক আমি শিকাইছোঁ। এইবোৰ শিক্ষা আমি কাকো মাৰিম-কাটিম বুলি লোৱা নাই, নিজক ৰক্ষা কৰিবলৈহে শিকিছোঁ। এইবোৰৰ উপৰিও আকস্মিক দুৰ্ঘটনা আদি হলে, প্ৰাথমিক চিকিৎসা কৰিব পৰাকৈ ডাক্তৰ-নাৰ্চৰ দৰে

কিছুমান শিক্ষা লৈছোঁ। আমি অহিংস আন্দোলন কৰিছোঁ। আমাক বিৰোধীহঁতে আমাৰ বহুতক হত্যা কৰিছে, মাৰ-ধৰ কৰি জখম কৰিছে যদিও আমি সহি আছোঁ। সেইবুলি নাভাবিবা যে আমি দুৰ্বল। তোমালোক বুঢ়া-বুঢ়ীবোৰে আমাক মাত্র আশীৰ্বাদ দিয়া, যাতে আমি অসমী আইৰ মান ৰাখিব পাৰোঁ। আৰু এটা কথা, মই ভালে কেইদিনলৈ আঁতৰি যাম। এই অঞ্চলৰ দায়িত্ব বিনীক দি যাব লাগিব। সেই কাৰণে এইক ভালেমান কথা শিকাই-বুজাই থৈ যাম। এতিয়া যাওঁ দাইটি খুৰীটি। বল বিনী।" এই বুলি হৰেণ-বিনী কাগজ-পত্ৰ কিছুমান লৈ ওলাই গ'লগৈ।

হৰেণ-বিনীতা যোৱাৰ পাচত হাচিনাই সৰুটিক ক'লে—"নিজেচোন জীয়েৰক একোকে নক'লা। অকল মইয়ে কৈ থাকিব লাগে নেকি? যিবোৰ কৰি দেখুৱালে, সেইবোৰ ভাল হলেও ছোৱালী মানুহক কেলেই লাগিছে? গিৰীয়েকহঁতৰ লগত যুঁজিলেগৈ সেইবোৰ ঘৰ-সংসাৰ গুচি বাঁহতল নহবনে?" সৰুটিয়ে ক্ষন্তেক ভাবি বিজ্ঞ লোকৰ দৰে ক'লে, "এৰা পাই, দেশৰ গতি-গোত্ৰ যেনেকুৱা হৈছে, 'এইজনী মোৰ ছোৱালী,' 'সেইটো তোমাৰ ল'ৰা' এনেকৈ ক'বলৈকে টান হৈ পৰিছে। দেশৰ কাম কৰিবলৈ ওলাইছে যেতিয়া, এইবোৰ দেশৰহে ল'ৰা-ছোৱালী। নোদেখিলিনে কি তাজ্জব্ কাণ্ড কৰি দেখুৱালে?

*　　*　　*　　*

অন্য এদিনৰ কথা। সৰুটি গৰিয়াই চুপৰীয়া খাই-বই উঠি বাহিৰৰ আলহী-বিছনাতে এবাগৰ মাৰো বুলি দীঘল দিছিল। চিলমিলকৈ টোপানি আহিছিল হবলা। এনেতে কাৰোবাৰ মাত শুনি বাহিৰলৈ ওলাই আহি দেখিলে, এটি অচিনাকি ডেকা। সৰুটিক দেখি ডেকাজনে সুধিলে, "আপুনিয়েই সৰুটি গৰিয়া নহয় জানো?" "হয় বোপাটি, আহাচোন ভিতৰলৈকে" বুলি সৰুটিয়ে তাক ভিতৰলৈ নি বহুৱালেগৈ। ডেকাই যথাযথ তচ্‌লিম্-চালাম জনাই বহিল আৰু সৰুটিক ক'লে, "চিনাকি হম বাৰু, পিচে মই আপোনাক খুৰাদেউকে বুলিম।" সৰুটি তাৰ কথাত খুচি হৈ ক'লে, "হব বাৰু বোপাটি, বৰ ভাল পোৱা।" এই

খুলি সি ভিতৰত তামোল, চাহ-পানীৰ কথা কৈ ওলাই আহি ডেকাৰ লগত কথোপকথনত বহিলহি। সকটিয়েই আৰম্ভ কৰিলে—

—মোৰ পৰিচয়টো কিবাকৈ পাইছাই, তোমাৰ পৰিচয়টো পালেহে কথা পাতিবলৈ চল লাগি পৰিব।

—বাৰু খুৰাদেউ, মুখেৰে চিনাকি দিলে বৰ দীঘলীয়া কথা কব লাগিব। গতিকে আপোনাক বস্তু এটাকে দেখুৱাওঁ, চাই-চিতি মোৰ পৰিচয় জানিব পাৰিব।

এইবুলি ডেকাটিয়ে সকটিৰ হাতত এখন গ্ৰুপ ফটো দিলে। তাত এহাল দম্পতি, এটি আঠ-ন বছৰীয়া ল'ৰা আৰু চাৰি-পাঁচবছৰীয়া ছোৱালী এজনীৰ ফটো আছিল। সকটিয়ে কিছু সময় ৰ' লাগি ফটো-খনলৈ চাই থাকি হঠাৎ চিঞৰি উঠিল, "এইটো দেখোন কন্‌টিলা! তুমি কেনেকৈ পালা এইখন? কনটিলাক তুমি চিনি পোৱানেকি?"

—হয় খুৰাদেউ, ভালকৈ চিনি পাওঁ। ফটোত থকা সৰু ল'ৰায়েটিই মই, আৰু সেইজন দেউতা সেইয়া মা, ছোৱালীজনী মোৰ ভনী।

—তাৰ মানে তুমি কন্‌টিলাৰ

—হয় খুৰাদেউ, মই কনটিলাৰে ল'ৰা। মোৰ নাম দেৱকুমাৰ।

সকটিয়ে জাপ মাৰি অহাৰ দৰে আহি দেৱকুমাৰক সাৱটি ধৰিলেহি, "তইচোন মোৰ নিজৰেই ল'ৰাৰ দৰে বোপাই! হায় বিধি! হেৰ' বিনী, আহচোন আহ, মাৰকো মাত, এইয়া কোন আনিছে চাই যাহিহঁক!" এইদৰে সকটিয়ে কোৰ্হাল লগোৱাত ভিতৰৰপৰা হাচিনা আৰু বিনী ওলাই আহিল। বিনীয়ে চাহ এবাটি আৰু মাকে তামোলৰ বটাটো লগতে লৈ আহিল। সকটিয়ে দেৱকুমাৰক বিনী আৰু হাচিনাৰ লগত চিনাকি কৰি দিলে। ইতিমধ্যে দেৱকুমাৰক চাহ-জলপান খুৱাই লৈ তাৰপৰা কন্‌টিলাৰ কাহিনী শুনিলে।

ধঁৰাহাট বাগানৰ মহৰি যদুনাথ শইকীয়াৰ অশেষ দয়াত কন্‌টিলাই যোৰহাটৰ ৰবভেটাত থিতাপি ললেগৈ। তাতে কন্‌টিলা আৰু ফুলমতীক প্ৰথামতে শৰণ লোৱাই, দুয়োৰে বৈবাহিক কাৰ্য-সম্পাদন কৰিলে।

নিজ জ্ঞাতি-কুটুম্বৰপৰা বহিষ্কৃত কনটিলাই পুনৰ অন্য এটা উদাৰ সমাজত সামাজিক মৰ্যদা লাভ কৰি পৰম কৃতাৰ্থ মানিলে।

দেৱকুমাৰ এতিয়া কৃষি মহাবিদ্যালয়ৰ ছাত্ৰ। আন্দোলন আৰম্ভ হোৱাৰপৰাই সি প্ৰচাৰৰ কামত ঘূৰি ফুৰিছে। অলপতে সিহঁতে স্থানীয় 'ছাত্ৰ-সন্থা' তৰফৰপৰা 'মন্দাকিনী' নামৰ এটি সুৰবাহিনী গঠন কৰি নগৰে-চহৰে দেশ-প্ৰেমমূলক, জাতীয়-প্ৰেমমূলক গীত পৰিবেশন কৰি জনসাধাৰণৰ অন্তৰত জাতীয় প্ৰেম জগাই তুলিবলৈ চেষ্টা কৰিছে। দেৱকুমাৰো সেই সুৰবাহিনীৰে এজন গায়ক। যোৰহাট, টিয়ক, জাঁজী, শিৱসাগৰ, ডিমৌত গীত পৰিবেশন কৰি এতিয়া সেই বাহিনীটো মৰাণ, ডিব্ৰুগড প্ৰমুখ্যে ভিন ভিন নগৰ ভ্ৰমণ কৰিবগৈ।

দেৱকুমাৰে মাক বাপেকৰপৰা বৰবাম আৰু তেওঁলোকৰ জীৱন কাহিনী শুনাৰ পাচত বৰবামলৈ আহিবলৈ তাৰ অন্তৰত প্ৰবল হেঁপাহ জাগিছিল। এই আপাহতে সি নাহৰণিত নামি বৰবামলৈ আহিছে। সৰুটি গৰিয়া যে তাৰ বাপেকৰ অকৃত্ৰিম বন্ধু সেই কথা দেৱকুমাৰে জানে। সেয়েহে যি সকল জ্ঞাতি-কুটুমে তাৰ মাক বাপেকক সমাজত ঠাই নিদিলে সেই সকলৰ কাৰো ঘৰলৈ নগৈ, সৰুটিৰ ঘৰলৈকে আহিছে। সি বৰবামলৈ আহিব বুলি মাক-বাপেকক কোৱা নাছিল।

কনটিল-ফুলমতীৰ জীৱনলৈ আশাতীত শুভ পৰিৱৰ্তন অহা বুলি জানি সৰুটি গৰিয়া অত্যন্ত সুখী হ'ল। দেৱকুমাৰক কেইদিনমান থাকিবলৈ ঘৰখনৰ আটায়ে টানি ধৰিলে। দেৱকুমাৰ দুদিন থাকি যাবলৈ মান্তি হ'ল যদিও সি আটাইকে অনুৰোধ কৰিলে, যাতে তাৰ প্ৰকৃত পৰিচয় কাৰো আগত ব্যক্ত নকৰে। বন্দোৱস্ত হ'ল যে দেৱকুমাৰ যোৰহাটৰ ছাত্ৰ সন্থাৰ সদস্য, সংগঠনৰ কামত ভ্ৰমণ কৰিছে বুলি পৰিচয় দিব। দেৱকুমাৰৰ লগত বিনীতাৰ ভাতৃ-ভগ্নীৰ সৌহাৰ্দ্য গঢ়ি উঠিল। বিনীতাই মনতে এটা পাং পাতি লগৰীয়া ল'ৰা-ছোৱালীবোৰৰ লগত দেৱকুমাৰক পৰিচয় কৰাই দিলে যে, সি এটা ভাল গায়ক। ইপিনে তাইৰ বুদ্ধিমতেই ল'ৰা-ছোৱালীহঁতৰ সজাঁতী দল এটাই দেৱকুমাৰক অনুৰোধ কৰিলে, তেওঁ যেন কেইদিন

মান থাকি, ৰৰবামৰ শিল্পীসকলক গীত গোটাদিয়েক শিকাই থৈ যায়, লগতে তাৰ গান শুনিবলৈও ইচ্ছা কৰিলে। অগত্যা দেৱকুমাৰে প্ৰাইমাৰী স্কুলতে সমবেত হোৱা ল'ৰা-ছোৱালীবোৰক গীত গাই শুনাব-লগা হ'ল। ৰৰবামৰ তৰুণ দেৱকুমাৰৰ গীত শুনি, দ্বিতীয়বাৰৰ বাবে সিহঁতৰ। 'ৰৰবাম তৰুণ শিল্পী সমাজ'ৰ গায়ক-গায়িকাৰ দলটোক গীত শিকাবলৈ অনুৰোধ কৰাত দেৱকুমাৰ মান্তি নহৈ নোৱাৰিলে। ৰৰবামক কেন্দ্ৰ কৰি বিৰাট অঞ্চলটোত আন্দোলনৰ প্ৰচাৰ কাৰ্যত, 'মন্দাকিনী' সুৰবাহিনীৰ গীত-মাতবোৰে যথেষ্ট অৰিহণা যোগাব পাৰিব বুলিয়েই দেৱকুমাৰে বিশ্বাস কৰিলে। শেষত এটা 'শ্বো'ৰ আয়োজন কৰি প্ৰাইমাৰী স্কুলৰ সমুখৰ মুকলি ঠাইতে অস্থায়ী মঞ্চ এটা সাজিলে। ৰৰবামৰ উপৰিও ওচৰে-পাজৰে থকা গাঁৱৰপৰা অসংখ্য লোক আহি গীত-মাত উপভোগ কৰিলেহি। দেৱকুমাৰেও দুটা মান গীত অকলশৰীয়াকৈ গাই শুনালে। ৰাইজে ভূৰি ভূৰি প্ৰশংসা কৰিলে। শেষত দেৱকুমাৰে আন্দোলন সম্পৰ্কীয় এটি চমু ভাষণ দিলে। সাম্প্ৰদায়িক সম্প্ৰীতি, আমাৰ সমাজত প্ৰচলিত জাত-কুললৈ ভেদাভেদ, কুসংস্কাৰৰ ওপৰত সমালোচনীমূলক বক্তব্য দাঙি ধৰিলে—

"মোৰ কথাত আপোনালোকে অপৰাধ নধৰিব। মই হিন্দু ল'ৰা হৈয়ো সকটি গৰিয়াৰ ঘৰত আছোঁহি। কাৰণ তেখেত মোৰ আপোন মানুহ, মোৰ খুৰাদেউ হয়। মোৰ জাত-কুলৰ মানুহ এই ৰৰবামতে আছে বুলি মই জানো, তথাপি তেখেতসকলক বিচাৰি যোৱা নাই। ইয়াৰ আচল কাৰণ হৈছে, মই আপোনালোকে কুৰি বছৰৰ আগতে সমাজচ্যুত কৰা জাত-যোৱা মানুহ এজনৰ পুতেক। দেউতাৰ নাম আছিল কনটিলা আৰু মাৰ নাম আছিল ফুলমতী, ৰাম লাইনৰ গোবৰ্দ্ধনৰ জীয়েক।"

দেৱকুমাৰে, সি কোৱা কথাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰি থৈ দিলে। কনটিলা-ফুলমতীৰ নাম শুনিয়েই বয়োবৃদ্ধসকলৰ মুখত আকাশী চৰগ পৰা যেন পালে। ৰাইজৰ মাজত গুণ্‌গুণনি উঠিল। তেনে সময়তে

দেৱকুমাৰে বাইজলৈ সেৱা জনাই যাবলৈ উঠা দেখি, স্থানীয় ছাত্ৰ-সন্থাৰ প্ৰচাৰ সম্পাদক নবীনে সদৰ্পে ঘোষণা কৰিলে—

"আমাৰ বন্ধুবৰ দেৱকুমাৰৰ পিতৃ-মাতৃ, আমাৰ সমাজৰ যি কু-সংস্কাৰৰ বলি হবলগা হ'ল, সেই কু-সংস্কাৰৰ বিৰুদ্ধে আমি নতুন পুৰুষে সংগ্ৰাম কৰিছোঁ। আমাৰ আন্দোলনৰ ইয়ো এটা লক্ষ্য। আমি আমাৰ ফালৰপৰা এখেতৰ পিতৃ মাতৃক ৰৰবামলৈ আহ্বান জনাইছো, যাতে সামাজিকভাৱে তেখেতসকলক স্বীকৃতি দিয়াৰ নিদৰ্শন দেখুৱাব পাৰোঁ।" অন্যান্য ডেকা-গাভৰুহঁতে হৈ চৈ কৰি প্ৰস্তাৱটোৰ প্ৰতি সমৰ্থন জনালে। দেৱকুমাৰে তেতিয়া আকৌ ক'লে, "আপোনালোকৰ কথাত মই আনন্দ পাইছোঁ কিন্তু আমি পাহৰিব নালাগিব যে আমি পিতৃ-মাতৃ, দদাই-মোমাইসকলৰ বিৰুদ্ধে বিদ্ৰোহ কৰি আঁতৰি অহাটো অনুচিত হব। তেখেতসকলক যুক্তি সহকাৰে সৈমান কৰাই সমাজৰ শান্তি ৰক্ষা কৰিহে যেই কোনো কাম কৰাটো উচিত হব। যেতিযাই গম পাম যে ৰৰবামৰ জ্ঞাতি-কুটুমে মা-দেউতাক আদৰি লবলৈ প্ৰস্তুত হৈছে তেতিয়াই মই মা দেউতাক লৈ ইয়াত উপস্থিত হমহি। সেইটো নহলেও অৱশ্যে ৰৰবামলৈ তেখেতসকল এদিন নহয় এদিন আহিবই, কাৰণ ইয়াত দেউতাৰ আপোন মানুহ এজন এতিয়াও আছে, তেখেত খুৰাদেউ সৰুটি গৰিয়া।"

পিচিদিনা আঁগবেলাতে দেৱকুমাৰ গ'লগৈ। বিদায়ৰ সময়ত সৰুটি আৰু হাচিনাই কান্দি পেলালে। বিনীতাই আন আন ল'ৰা-ছোৱালীৰ লগতে সমদল যাত্ৰা কৰি, দেৱকুমাৰক অগবঢাই নাহৰণিলৈ গ'ল। বাচ অহা পৰলৈকে দেৱকুমাৰৰ লগত ল'ৰা-ছোৱালীহঁতে নানা আলোচনা কৰিলে। যথাসময়ত আবেগভৰা অন্তৰেৰে দেৱকুমাৰক ৰৰবমীয়া ডেকা-গাভৰুহঁতে বিদায় দিলে। ছোৱালীহঁতৰ মৰমৰ উপহাৰ হিচাবে ভালেকেইখন ফুলাম গামোছাৰ টোপোলাটো গ্ৰহণ কৰোঁতে দেৱকুমাৰৰ চকুপানী ওলাইছিল, কওঁ বুলিও একো কথা কব নোৱাৰিলে।

*    *    *

'জ্বৰে এৰিলেও ঝৰ্পটিয়ে নেৰে।' মহেনৰ (ৰৰমইনাৰ) বিয়াৰ সম্পৰ্কীয় কথাতো সকটি সোমাবলগা হ'ল। কনকাই বোলে এইবছৰ ফাগুন বা বহাগত ৰৰমইনাৰ বিয়াখন পাতিবই। অকলশৰীয়া মাকৰ সহায়ক হিচাবে মানুহ এজনী লাগে, এই সূত্ৰে ৰৰমইনাৰ বিয়া পতাত আপত্তি নাই কিন্তু সি ছোৱালী নিজে চোৱা-মেলা নকৰে। এই বিষয়ে কওঁতে সি কৈছিল, "দাইটিক কৰা, তোমালোকে যাকে পছন্দ কৰা মোৰ আপত্তি নাই।" কনকাই কথাটো সকটিক কওঁতে সিও আপত্তি কৰি কৈছিল, "এইবোৰ তোমালোকৰ একেবাৰে ভিতৰুৱা কথা, এইবোৰলৈনো মোক কিয় টানা বৌ? তোমালোকৰ হিন্দু মানুহৰ ঘৰে ঘৰে গৈ মইনো কেনেকৈ তোমাৰ কাৰণে বোৱাৰী এজনী বিচাৰিব পাৰো? গৰিয়া এটাৰ কথা মানিবই বা কোনে? কনকাই ক'লে "মই সেইবোৰ কি জানো? ৰৰমইনাই তোমাক কবলৈ কৈছে। সি বোলে ছোৱালী নাচায়। তুমি ঘৰে ঘৰে বিচাৰিব নালাগে নহয়। আলেঙে আলেঙে বুজলৈ মোক কবাহি, পিচৰছোৱা কৰিম বাক মই। ল'ৰাটোক পঢ়ালা, চাকৰিও দিয়ালা, ঘৰখনো পাতি দিয়া। সাপ মাৰি নেগুৰত বিষ নথবা।"

সকটিৰ আজিকালি আঙৰি সময় প্ৰচুৰ। ৰৰমইনাই (মহেন) সকটিৰ ঘৰত ধৰি দিয়া হালোৱাটো নিগাজীকৈ থাকিবলৈ লোৱাত সকটিৰ ঘৰুৱা কাম নোহোৱাৰ দৰেই হৈ পৰিল। সাতে সতৰে সি ৰৰমইনালৈ এজনী ভাল বোৱাৰী বিচৰা অভিযানত নামি পৰিল। নানা গাঁৱত আৰু নগৰখনত সকটিৰ বন্ধু বান্ধৱ বা চা-চিনাকি মানুহ আছে। সেই সকলৰ যোগেদি ৰ-বাতৰি পাই ইতিমধ্যে সি তিনি-চাৰি ঘৰত ছোৱালী চাইছিলগৈ। এজনী ছোৱালী তাৰ বৰ পছন্দ হৈছিল। তাৰ বন্ধু এজনৰ যোগেদি বাপেককো সোধালে কথাটো। বাপেক সম্পূৰ্ণ ৰাজী আছিল। এই খবৰটো কনকাক দিবলৈ গলাওঁতেই কথাৰ লাচতে হাচিনাক কৈ পালে। ওচৰতে বিনীতাও

আছিল। ছোৱালীজনীৰ বাপেকৰ নাম-ধাম শুনিয়েই তাই দেখোন ধকৃজকাই উঠিল, "শেষত পাপাজানে বৰকাইটিলৈ বদনৰ জীয়েককহে পালাগৈ ?" "বদন নহয় অ' চন্দন বুলিহে কলোঁ, চন্দন বৰুৱা।" "চন্দনেই বদন। কথাটো নাজানা যদি শুনা। আমাৰ দেশৰপৰা বিদেশী খেদাবলৈ যি আন্দোলন চলিছে, তাৰ বিৰুদ্ধে গৈছে কিছুমান অসমীয়া মানুহ। এওঁলোকে ধনৰ লোভ বা ক্ষমতাৰ লোভত পৰি দেশখন বিদেশীৰ হাতত বিক্ৰী কৰিবলৈ কেৰেপ নকৰে। তাহানি বদন বৰফুকনে বিদেশী মানক যেনেকৈ মাতি আনিছিল, এইবোৰ আধুনিক বদনেও তাকে কৰিছে। আন্দোলনৰ ওপৰত বদনাম দিবলৈ এইবোৰ দেশদ্ৰোহীয়ে নিজেই গণ্ডগোলৰ সৃষ্টি কৰিছে, জুই লগাইছে, হত্যা কৰিছে। চন্দন বৰুৱাও এটা কুখ্যাত বদন। ৰাজনৈতিক দলৰ প্ৰাক্তন মন্ত্ৰী, এম এল্ এ দুটামান ধুৰন্ধৰৰ লগ লাগি এইটো মানুহেও ক'ৰবাৰপৰা ধন লৈ অসমীয়া মানুহৰ আহত চিন্তিছে। তোমালোক আটাইবোৰ একগোট হৈ এই বদনৰ জীয়েকৰ যদি বৰকাইটিৰ লগত বিয়া পাতা, তেনে হৰেণকাই ঘৰেই এৰি দিব। মোৰো একে কথা বৰকাইটিহঁতৰ লগত একেবাৰে সম্পৰ্ক এৰি দিম।" বিনীৰ কথাত একমত প্ৰকাশ কৰি সকটিয়েও ক'লে, "তেনে দেশদ্ৰোহীবোৰৰ মুখ চাব নাপায়। পিচে, ছোৱালীহঁতৰনো কি দোষ ?" বিনীতাই ক'লে "'তথাপি ঘৰৰ কথা পৰক জানিবলৈ দিয়া বদনৰ জীয়েকহঁত পিজো হব পাৰে, সেইবাবেইতো এইবোৰক আনিব নেলাগে।" সেইদিনাৰ বিনীতাৰ কথামতে সেইকালে সকটিয়ে পানী এচলু ঢালিলে।

আন এজনী ছোৱালী সি পছন্দ কৰিছে, আথৈফুটিয়াত। আগৰ-জনীৰ দৰে ধুনীয়া নহয় যদিও, বদনৰ জীয়েক যে নহয়, সেইটো খাটাং-কৈ জানি আহিছে সকটি গবিয়াই। সেইটো খবৰকে কনকাক দিবলৈ বুলি সি যাবলৈ ওলাল। হাচিনাইও সকটিক ক'লে, "বাইটিক মনত পেলাই দিবা, চানেকী এখন দিব, লৈ আহিবা।" হাচিনাই আনী সূতাৰ গামোছা এজোঁটি বৈছে। দুদিনৰ আগতে কনকাই বাটত

লগপাই কৈছিল, "বোৱাৰীয়ে গামোছা বৈছ নহয়? মে ৰিওচৰত এখন চানেকী আছে—'জয় আই অসম' আৰু মাজে মাজে শৰাই উঠে। সৰু মইনাক তেনেকুৱা এখন গামোছা লাগে হেনো, তয়ে এখন দিবি। দাইটিয়েকৰ হাতকে দি পঠাম। মই পাচে পৰেও লগাম।" সেইখন চানেকীৰ কথাকে হাচিনাই গিৰীয়েকক কৈছিল।

সৰুটি মহেনহঁতৰ ঘৰ নাপালেগৈয়ে। বাটতে সৰু মইনাক (হৰেণ) লগ পাই সুধিলে, "সৰু মইনা, কেনিবা ওলালি হবলা? কে বা দিনো বা-বাতৰি পোৱা নাই, কচোন আন্দোলনৰ খবৰ।" হৰেণে ক'লে, "কি কবা দাইটি, দেশখন ৰসাতলে গল বুলি ধৰা। আগেয়ে এটা বদনেহে মান আনি ৰৰঘৰত সোমোৱাইছিলহি, এতিয়া বহুত বদন ওলাইছে। স্বদেশীক এৰি বাংলাদেশীৰ পক্ষ লৈছে। ইহঁতৰ সাহস পাই বাংলাদেশীহঁতে অসমীয়া মানুহক কাটি মাৰি খান্তাং কৰিছে। ঘৰ দুৱাৰ জ্বলাই দিছে। সিহঁতে ব্যৱহাৰ কৰা অস্ত্র-শস্ত্রবোৰ চোৱা, এইবোৰ।" হৰেণে হাতত লৈ থকা বাতৰি কাগজখন মেলি সৰুটিক দেখুৱালে। বিভিন্ন ধৰণৰ দা লাঠি যাঠি-জোং, বন্দুক আদি ঠাক্-ঠাক্কৈ সজাই থোৱা হৈছে। এইবোৰ বোলে বাংলাদেশী দুৰ্বৃত্তৰ হাতৰপৰা পুলিচে উদ্ধাৰ কৰিছে। ছবি দেখি সৰুটিৰ গাৰ পিৰ্পিৰণি উঠিল। সি ভাবিলে, 'আমাৰবোৰে মহাত্মাৰ নীতিৰে সুদা হাতে আন্দোলন কৰি থাকিলে এই পাষণ্ডহঁতৰ হাতত বহুতে প্রাণ দিবলগা হবগৈ।' সৰুমইনাই ক'লে, "আৰু কি জানা দাইটি, পুৰুষে পুৰুষে অসমত থাকি অসমীয়া হোৱা মুছলমান কিছুমানেও সংখ্যালঘু বুলি নিজক পৰিচয় দি বাংলাদেশী মুছলমানহঁতৰ লগ লাগিছেগৈ। এইবোৰৰ ভিতৰত ডাঙৰ ডাঙৰ সাহিত্যিক, ৰাজনীতিকও আছে। এই মুছলমান গৰিয়াবোৰৰ একো বিশ্বাস নাই দাইটি! ইহঁতে চুকতে থাই বুকুত গুৰিয়াব পাৰে।" হৰেণৰ কথাৰ মূৰতে সৰুটিয়ে সুধিলে, "ময়ো দেখোন গৰিয়া, হেৰ। মোৰও বিশ্বাস নাইনে?" "এৰা, তোমাৰনো কি বিশ্বাস!" এইবুলি হাঁহি হাঁহি কথাকিটা কৈ হৰেণ গ'লগৈ।

হৰেণৰ কথা শুনি সকটি গৰিয়া সেইপিনেই থৰ লাগিল। প্ৰথমে সি নিজৰ কাণ দুখনকে বিশ্বাস কৰিব পৰা নাছিল। সি দৰিয়াপ কৰি চালে, 'কাণ দুখন মোৰ নিজৰ, জন্মৰপৰাই কাণ দুখন মোৰেই হৈ আছে, মই এটা গৰিয়া, কাণ দুখনো গৰিয়া। কথাকিটা কোৱা জিভাখন কিন্তু হিন্দুৰ, গতিকে মোৰ কাণে যি শুনিছে, সি হিন্দুৰ জিভাখনে কোৱা কথাকিটাহে শুনিছে। কিন্তু সকমইনাই কিয় ক'লে সেইদৰে? মইতো সিহঁতক অবিশ্বাস কৰা নাই কোনোদিনে, মোক সিহঁতে অবিশ্বাস কৰিবলগীযা কামো মই কৰা নাই কোনোদিনে। দেশৰ যি গতিগোত্ৰ হৈছে, হয়তো সকমইনাই মিছা কোৱা নাই। গৰিয়া মাত্ৰেই অবিশ্বাসী। ময়োতো গৰিয়াহে, দেৱতা নহয় যে মোক বেলেগ চকুৰে চাব লাগে। বচ্ খেলা ইমানতে শেষ।"

সকটি আদবাটৰপৰাই ঘূৰি আহিল। কি দৰকাৰ, কোনোবা হিন্দু বিধবা এজনীক বৌ চেলাবলৈ, ল'ৰা কিটাক ভতিজা বুলি গেলাগপ্ কৰিবলৈ! ঘৰ পাযেই সি ছোলা-চুৰিয়াজোৰ খুলিলে। বগাঢাৰি কানিডোখৰ পিন্ধি হালোৱাটোক বিচাৰি যাবলৈ পাঙিলে। বৰমইনাই দা দৰমহা দি ধৰি দিয়া হালোৱাটো ৰখাৰ যুক্তি নোহোৱা হৈ গৈছে। গৰিয়া হৈ, অবিশ্বাসী হৈ, এটা হিন্দুৰ অনুগ্ৰহ লৈ থকা তাৰ পক্ষে আৰু উচিত নহয়। এনেবোৰ কথা ভাবি ভাবি পথাৰলৈ যাবলৈ উদ্যত হোৱা সকটিক দেখি হাচিনা একপ্ৰকাৰ আচৰিত হ'ল। তাই সুধি পেলালে, "ইমান সোনকালে আহিলাগৈনে? চানেকীখন আনিলা জানো?" হাচিনাৰ কথাই জ্বলা জুইত যেন ঘিউহে ঢালিলে। ক্ৰোধত একো নাই হৈ সকটিয়ে হুঙ্কাৰ চাৰিলে, "কিহৰ চানেকী? কিহৰ গামোছা? সেইবোৰ হেন্দুৰৰ বস্তু, গৰিয়াক কিয়? বন্ধ কৰ গামোছা বোৱা! নহলে কাটি তহিলং কৰিম বাপেকে।" সকটিৰ কথাত হাচিনা আচৰিত হ'ল। তাইয়ো অলপ টান সুৰতে প্ৰশ্ন কৰিলে, "আজিনো আকৌ কি কালৈখন লাগিল? নিজে ক'ৰবাত চিলিম টানি আহিলা হ'বলা? ইমানদিনে এইবোৰ সুগুনিলোঁ, আজিনো

ক'ৰপৰা 'হিন্দু-গৰিয়া' কথাবোৰ ওলাল নিজৰ মুখত? আজিচোন গামোছাতো ধৰ্ম দেখিলা? কেনিবা ওলাই যাবলৈ হলে কান্ধত গামোছা এখন নহলে নিজেই নোযোৱা দেখোন?" "চুপ থাক্! বক্-বক্ নকৰিবি। জীয়েৰক এইবোৰ পিকেটিং-ফিকেটিঙলৈ যোৱাটো বন্ধ কৰিবি। নহলে মাৰ-জীয়েৰ হালকে কাটি টুকুৰা বনাম।"— এইবুলি কৈয়েই সকটি পথাৰৰ ফালে গ'লগৈ। সি জানে, হাচিনাই যদি এইদৰে 'পইন্ট্' ধৰি তৰ্ক কৰে, তেতিয়া উত্তৰত সিয়েই ঘাটি যাব লাগিব। হাচিনাই কোৱা কথাকিটা সঁচা, সিয়েই গামোছা লাগে লাগে বুলি কৈ আছিল। নগৰ বা দূৰ গাঁৱলৈ গলে, উকা চল্লিশ সূতাৰ গামোছা লৈ যাবলৈ ভাল নালাগে। আন নহলেও ষাঠি সূতাৰ ফুলাম গামোছা এডুখৰি হলে ভাল। 'হিন্দু-মুছলমান' কথালৈ সি কোনোদিন একো কথা বিবেচনা কৰা নাছিল। জীযেক বিনীতাক পিকেটিঙলৈ যাবলৈ মাকে একপ্ৰকাৰ বাধা দিযে, সিহে যাবলৈ কয়। 'উৰহৰ খং ভগা ঢাৰিত সৰা'ৰ দৰে নিৰ্দোষী হাচিনাক যে, সি অনাহকতে ধমকি দিলে, সেইটো উচিত নহ'ল বুলি সকটিয়ে বুজিব পাৰিলে।

সকটি ওলাই যোৱাৰ পাচত হাচিনাৰ দুশ্চিন্তা বাঢ়িল। এনে আচহুৱা কথা তাই মানুহটোৰ মুখত কিয় শুনিলে? কথাৰ গুৰিনো ক'ত, কাৰোবাৰ লগত কাজিয়া-পেচাল কৰি আহিলনেকি? এই একা চেকা মানুহটোৱে ক'ত কি কৰে ঠিক নাই। তাই তাঁতখন সামৰি থলে। গিৰীয়েক নহালৈকে হাচিনাই বাৰে বাৰে পদুলিমুখলৈ ওলাই-সোমাই থাকোঁতেই গ'ল।

* * * *

বিনীতাক মাকে আন্দোলনৰ কামত নাযাবলৈ হুকুম দিয়াৰপৰা তাই মুখ ওফন্দাই ঘৰতে শুই বহি কটাবলৈ ধৰিলে। ঘৰখনলৈ যেন বিষাদৰ ছাঁয়া নামি আহিল। কোনেও কাৰো লগত বেছি কথা-বতৰা নাপাতে, প্ৰত্যেকে নিজ নিজ ভাৱত আৰু কামত যেন ব্যস্ত।

সকটিয়ে হালোৱা মানুহটো পঠাই দিলে। তাৰ পাবলগা টকা-

পইছা হিচাব কৰি সকটিয়েই দি দিলে। কি দৰকাৰ আকৌ মহেনলৈ বৈ থকাৰ! খৰি আনা ঘাঁহ কটা, বজাৰ-সমাৰ কৰা আদি নানা ঘৰুৱা কামত সি পুনৰ ব্যস্ত হৈ পৰিল। বহুত দিন আৰামত থকাৰ কাৰণে খৰি ফালোতে সকটিৰ কঁকাল তহ্‌তহাই গৈছিল, হলেও 'হিন্দুৰ অনুগ্ৰহত জীয়াই থকাতকৈ কাম কৰি বেমাৰী হৈ মৰিলেও ভাল'— এনে ভাব লৈ সকটিয়ে কাম কৰি আনন্দ লভিলে। পাৰিলে দুই-এঠাইত পুনৰ কাঠ মিস্ত্ৰিৰ কামও কৰিবহে সি। মহেনৰ কথামতেই কৰত, ৰাণ্ডা আদি কেইপদ মান সৰঞ্জাম বিক্ৰী কৰিলে, এতিয়া আকৌ কিনি-কুটি লব নোৱাৰে মানে, গাঁৱৰে হাফাজত মিস্ত্ৰিৰপৰাই আনি-মেলি চলাব। আগেয়ে সি কিবা দৰকাৰ হলে ওঁঠকটা অৰ্থাৎ জাতিৰামৰ লগতহে এইবোৰ হাঁথিয়াৰ অনানিয়া কৰিছিল, সিও হিন্দু যেতিয়া তাৰ লগতও সম্পৰ্ক নাৰাখিব বুলিয়েই সকটিয়ে সংকল্প কৰিলে।

* * * *

দেওবৰীয়া চেপন হাটলৈ গৈছিল সকটি, মুকলিলৈ ওলালে মন-গা পাতল লাগিব, শ-শ ৰাইজ দেখিব, চা-চিনাকি মুছলমান মানুহবোৰৰ লগ পালে তেওঁলোকৰ মনবোৰও বুজিব পাৰিব, এনে এটা ভাৱতে সি হাত পালেগৈ।

চেপন বাগিছাৰ পূজা-ফিল্ডত 'সম্প্ৰীতিৰ-সমাবেশ' হৈছিল। গাঁওবাসী মুনিহ তিৰোতা, ল'ৰা-ছোৱালী আৰু বহুত বাগানৰ বনুৱা-কৰ্মচাৰী গাড়ীয়ে-গাড়ীয়ে এই সমাবেশ স্থানলৈ অহা দেখি সকটি পৰিয়াও গ'ল, কিনো মিটিং পাতিছে শুনিবলৈকে বুলি। সকটিয়ে দেখিলে সমাবেশত হিন্দু, মুছলমান, পঞ্জাবী, বিহাৰী আদি অলেখ লোকৰ সমাগম হৈছে। ৰাইজ দেখি সকটিৰ মনটো অলপ ফৰকাল লাগিল। সি গৈ গৈ বক্তৃতা মঞ্চৰ ওচৰ পালেগৈ। চাৰি পাঁচজন 'গণ-সংগ্ৰাম পৰিষদ' আৰু 'ছাত্ৰ-সন্থা'ৰ নেতাই বক্তৃতা দিছিল। তাৰে দুজনৰ নাম শুনি মুছলমান বুলি সকটিয়ে বুজিলে। মুছলমান

ডেকা ছাত্ৰজনৰ বক্তৃতা শুনি সকটি গৰিয়াৰ আটাইতকৈ আনন্দ লাগিল। তেওঁ কৈছিল—'অসম মাতৃৰ স্বাধীনতা মান-সন্মান ৰক্ষা কৰিবলৈ তাহানিৰ বাহাত্তুৰ গাঁওবুঢ়া, ফৰ্মুদ আলিৰ দৰে আজিয়ো মুছলমানসকল ওলাই আহিছে। তাৰ ভিতৰতে কিছুমান জাতিদ্ৰোহী বদন স্বৰূপ মুছলমানে হিন্দু-মুছলমানৰ মাজত চিৰদিন বৰ্তি থকা সম্প্ৰীতি বিনষ্ট কৰিবলৈ অপচেষ্টা চলাইছে। সেইবোৰ মুছলমানৰ ভিতৰত ডাঙৰ ডাঙৰ সাহিত্যিক, শিক্ষক জনদিয়েকো থকাটোহে বৰ পৰিতাপৰ কথা হৈ পৰিছে। আমি বিশেষভাৱে অসমৰ অসমীয়া মুছলমান ভাই বন্ধুসকলক অনুৰোধ কৰিছোঁ যাতে তেনে বদনইঁতৰ প্ৰৰোচনাত ভোল নাযায়।" ইত্যাদি ইত্যাদি।

মিটিঙৰ বক্তৃতা শুনি সকটিৰ মনত হিন্দুৰ প্ৰতি জাগি উঠা বিদ্বেষ লোপ পাই আহিল। সি ঘূৰি যাওঁতে, ছুখনমান লুঙী কিনি নিয়াৰ কথা ভাবিছিল, ধুতি এৰি সি সদায় লুঙী পিন্ধিব, এনে ভাৱ লৈ। পিছে লুঙী নিকিনিলে। সকমইনাৰ দৰে ল'ৰা এটাই কোৱা সাধাৰণ কথা এষাৰতে লাগি সি, চিৰদিন ভাই-ককাইৰ দৰে বাস কৰি অহা হিন্দুসকলৰ প্ৰতি অহেতুক বিতৃষ্ণাৰ ভাৱ লৈ থকাটো তাৰ পক্ষে অযুগুত হোৱা নাইনে? এই উলটা প্ৰশ্নইহে সকটিক ব্যতিব্যস্ত কৰি তুলিলে। ঘৰলৈ গৈ জুশালৰ কাষত বহি বহি সকটিযে এইবোৰ কথাকে পাগুলি থাকিল। খাই বই বিনীতা যেতিয়া শুলেগৈ, সকটিয়ে হাচিনাৰ আগত, হৰেণে কোৱা কথাৰপৰা সেইদিনা মিটিঙত শুনালৈকে আটাইবোৰ কথা বিবৰি ক'লে। "তথাপি সধ্যে ইহঁতবোৰৰ লগত হলি গলি এৰি চলাই ভাল," বুলি সকটিয়ে হাচিনাকো নিৰ্দেশ দিলে।

পিচদিনা পুৱা বিনীতাৰ খবৰ লবলৈ লগৰ ছোৱালীজাক আহিল। পদূলিমুখতে তাহাঁতক দেখি বিনীতাই বিছনা ললেগৈ। তাইৰ আচৰণত ছোৱালীইঁত আচৰিত হ'ল। বিনীতাক বিচাৰি ছোৱালীমখা প্ৰথম দিনা আবেলিও আহিছিল। পদূলিতে সকটিয়ে তাহাঁতক খাকি

দিলে যে, তাইক নেমুগুৰিৰ মোমায়েকে আহি লৈ গ'লছি, এতিয়া সিহঁতে, তাই ঘূৰি আহিলনে নাই সেইটো খবৰ কৰিবলৈ আহিছে। এই তিনিদিন ধৰি বিনীতাই মনত মৰ্মান্তিক আঘাত পাইছে। কি পৰম আহ্লাদে আটাইবোৰে তাইক নায়িকা পাতিছিল, সেইমতে কামো কৰি দেখুৱাব পাৰিছিল তাই। এতিয়া তাই সিহঁতক কেনেকৈ কব যে, বাপেকে তাইক আন্দোলনৰ কামত যাবলৈ নিদিয়ে। তাৰ অৰ্থ এইটোৱেই নহবনে যে, তাই এটা দেশদ্ৰোহী বদনৰহে জীয়েক? সৰুকাই ( হৰেণ ) শুনিলে কি ভাবিব? তাইৰ অ'ক ঘৰখনৰ ওপৰত তাৰ কম ঘৃণা জন্মিবনে।

হাচিনাই ছোৱালীহঁতক আচল কথাটোকে কৈ দিলে। সিহঁত আচৰিত হ'ল আৰু ভঁৰালৰ আগত কাঠি-কামি চাঁচি থকা সৰুটিৰ ওচৰলৈ জাকটোৱেই গ'ল—"দাইটিয়ে বোলে বিনীক আন্দোলনৰ কামত যাবলৈ নিদিছা?" "মহাটিনো কেতিয়াৰপৰা আন্দোলন বিৰোধী হলা?" 'ববপাই ষ কোনোবা বাংলাদেশী মিতিৰ মানুহ লগ পালা হ'বলা?" "পেহাটিয়ে ইমান দিনে মুখেৰেহে লটপট্ কৰি আছিলা, ভিতৰি কপট বুলি আজিহে জানিলোঁ।" ইত্যাদি ইটোৰ পাচত সিটো নানা প্ৰশ্ন তুলি সৰুটিক ব্যতিব্যস্ত কৰি তুলিলে। সৰুটিয়ে হঁা-না একো মাতিব পৰাই নাই, ছোৱালীহঁতৰ ফালে নিবুকা চামোনটো হৈ চাইহে আছিল। এনেতে এজনী কম বয়সীয়া ছোৱালীয়ে সৰুটিৰ গাত-গা-লগাই বহি লৈ ক'লে, "নানাৰ পেটৰ কথা তোমালোকে নাজানা, মইহে জানো। কোৱাচোন নানা। তুমি অসমীয়া নহয়নেকি? অসম তোমাৰ মাতৃ নহয়নেকি? আইৰ মান ৰাখিবলৈ তোমাক তোমাৰ অন্তৰে নকয়নেকি? চাবা, মই শ্লোগান লগাম, তুমিয়ো দিব লাগিব মোৰ লগে লগে। নিদিলেই জানিম তুমি বদন, তুমি দেশদ্ৰোহী।" এইবুলি ছোৱালীজনীয়ে ধ্বনি দিলে, 'জয় আই অসম'—বাকী ছোৱালীবোৰে সহযোগ কৰিলে কিন্তু সৰুটিয়ে হঁাহিহে থাকিল, একো নামাতিলে। দ্বিতীয় বাৰ ধ্বনি দিয়াৰ লগে লগে ছোৱালীজনীয়ে তাৰ

সোঁ-হাতখন ওপৰলৈ দাঙি ধৰিলে। সকটিৰ হাতৰ কটাৰীখন গুচাই এজনীয়ে ক'লে, "আমাৰ আন্দোলন অহিংস, অস্ত্ৰ লব নালাগে।" আকৌ ধ্বনি দিলে, 'অসম মৰিলে—আমিয়ো মৰিম।' এইবাৰ সকটিয়েও শ্লোগানত যোগ দিলে যদিও, তাৰ মাতটো সক হৈ ওলোৱা দেখি, ছোৱালীজনীয়ে "আক ডাঙৰকৈ নানা।" বুলি তাক তিনিবাৰ মান চিঞৰালে। বিনীৰ হৈ, সকটিৰপৰা অনুমতি লৈ ছোৱালীইঁতে বিনীতাক উলিয়াই লগতে লৈ গ'লগৈ।

*　　　*　　　*　　　*

হৰেণইঁতৰ মাক কনকা আহি হাচিনাক খেচ্‌খেচাই ধৰিলেহি, "হেৰৌ খুৰীয়েক, ( কেতিয়াবা 'বোৱাৰী' বুলিও মাতে ) তই দেখোন চানেকীখন নিজেও নানিলিগৈ, আনকো নপঠালি। দাইটিয়েক নাই নেকি এই কেইদিন, ছাঁটোকে দেখিবলৈ নাই একা।" "সিজনা ঘাঁহ কাটিবলৈ গৈছে, আছে ঘৰতে, তেওঁৰনো কি।" হাচিনাৰ কথাত আচৰিত হৈ কনকাই পুনৰ সুধিলে,- "কেলেই, হালোৱা মানুহটো কেনিবা গ'লনেকি, দাইটিযেকে নিজে ঘাঁহ কাটিবলগা হ'ল যে?"

—"নাই বাইটি, তাক এৰি দিলে, নাৰাখে হেনো। নিজৰ হাতভৰি থাকে মানে বোলে নিজেই কৰিব। কাঠমিস্ত্ৰিৰ কামো বিচাৰিছে।

—জানো পাই। তইঁতৰ কথাবোৰ বুজা টান। তয়ো দেখোন কিবা গোমোঠা মুই হৈ আছ। ক'চোন কি হৈছে, মোৰে শপত হেৰ।

কনকাই বধ শপত দি বৰকৈ ধৰিলত হাচিনাই আদি-অন্ত আটাই-বোৰ কৈ পেলালে—"সকমইনাই কোৱা কথাবাৰ শুনিবৰ দিনধৰি সকটিয়ে নিবুকা চামোন হৈ পৰিছে, কাৰো ঘৰলৈ নাযায়, কাৰো লগত কথা নহয়। পুৱা গধূলি জুশালৰ কাষত জুপুকা মাৰি বহি থাকে, এইদৰে থাকিলে মানুহটোৰ কিবা বেমাৰ হবগৈ, নহলে বলিয়াই হবগৈ। বাইটিয়ে কিবা এটা কৰিবা," বুলি হাচিনাই চকুপানী টুকি কনকাক খাটনি ধৰিলে।

হাচিনাৰ কথা শুনিয়েই কনকা গিৰিসাই উঠিল। তামোল খাবলৈ হাচিনাই আগবঢাই দিয়া বটাটোলৈ ভ্ৰূক্ষেপকে নকৰি কনকাই সক পুতেক হৰেণক শাও-শপনি দি দি ওলাই গ'ল। "সি মৰিবলৈ যোৱাই পটি-শুনি ইয়াকেহে শিকিলেনে? কথা শুনাবলৈ আৰু সি জহনীত যোৱাই মানুহ বিচাৰি নাপালে? সকতেই বাপেকৰ মুখটো চুবালে, অগৰুৱাই আৰু কি কৰে? বৰমইনা আহক, মজাটো পাব। কেনে-জনী মাক চিনিপোৱা নাই, অধৰমী, সঁচ-কঠিয়া মৰাই।" দেও উঠা মানুহৰ দৰে কনকা যোৱাটো চাই চাই হাচিনাই হুমুনিয়াহ কাঢ়িলে। তাই প্ৰমাদ গণিলে। 'ককাই-ভাই দুটাই মাৰপিট কৰি মৰেহে লাগে! সিজনক ক'লে জানো যাব? হৈ থক যি হয়।'—হাচিনাই চিন্তা কৰিবলৈ এৰি পেলালে।

খা-খৰচা দি কনকাই ল'ৰা এটাক লগে লগেই শিৱসাগৰত থকা বৰমইনাৰ ওচৰলৈ পঠালে। তাক তৎক্ষণাৎ মাতিছে বুলি খবৰ পায়েই মহেন কাম ছুটী কৰি ঘৰমুৱা বাচত উঠিল।

* * * *

মহেনহঁতৰ ঘৰ সকটিৰ ঘৰ পাৰ হৈহে পাযগৈ। সি সচৰাচৰ ঘৰলৈ আহিলে, প্ৰথমে সকটিৰ ঘৰতহে সোমায়। তাতেই পানী-চুনী খাই, খা-খবৰ লৈ, লাহে-ধীৰে ঘৰলৈ যায়গৈ। আহঁাতে সি সদায় কাজু-বৰ্‌ফি আৰু ফুলৰি এটোপোলা বিনীতাৰ কাৰণে আনিবই লাগে। এই দুবিধ বস্তু তাই বৰ ভাল পায়। মহেন অহা দেখিলেই তাই দৌৰি গৈ পদুলিমুখতে মিঠাইৰ টোপোলাটো লয়গৈ। তাই সেই মিঠাইকে ভাগ কৰি এভাগ বৰ মাক অৰ্থাৎ কনকালৈ পঠাই দিয়ে। বিহু-সংক্ৰান্তিত বিনীয়ে, "মোক ৰকাইয়ে এইবাৰ হলে অমুকটো দিব লাগিব, তমুকটো নালাগে," এনে একোটা ফৰমাছ্ মহেনৰ ওচৰত দিয়েই। বিনীৰ ককাই-ভাই নাই, মহেন-হৰেণেই সকলো। মহেন-হঁতৰো বাই-ভনী নাই। বিনীয়েই সকলো। অতএব, পৰস্পৰে পৰস্পৰৰপৰা যথাযথ মৰম-শ্ৰদ্ধা আদায় কৰাত বাধা নাছিল।

মহেনে বিনীহঁতৰ পত্ৰলি পায়েই হাচিনা আৰু বিনীক চোতালত দেখিছিল। পিছে, আনদিনাৰ দৰে বিনী তাৰ ওচৰলৈ মিঠাইৰ টোপোলা নিবলৈ দৌৰি নাহি ভিতৰলৈহে দৌৰ মাৰিলে। হাচিনাও যেন নিৰানন্দ মুই। মহেন কিছু বিব্ৰত হ'ল। "বৰমইনা আহিলি, বহ।"—বুলি কৈ হাচিনাই যেন আৰু কথা নাপাতিব, এনে এটা লক্ষণ দেখি সুধিলে "খুৰীটি, কিবা ঘটিছেনেকি কাৰোবাৰ? মায়ে তৎক্ষণাৎ মাতি পঠালে, বিনীয়েও মোক দেখি ভিতৰ সোমাল, দাইটি ক'ত?"

—দাইটিয়েৰে খৰি এবোজা আনি এইমাত্ৰ ভৰি-হাত ধুইছেগৈ।

—কিয় দাইটিয়ে খৰি আনিবলগা হৈছে? মানুহটো নাই নেকি?

—নাই। তাক খেদি দিলে, পইছ'-পাতি দি।

—খেদিলে? কেলেই খেদিলে?

—সেইবোৰ বহুত কথা বৰমইনা। কবলৈ হলে এখন মহাভাৰত হবগৈ। তহঁতৰ-আমাৰ দুঘৰৰ মাজত কিবা কালৈখনে নে শনিযে বাহ লৈছে। তই আহিছ, ভালেই হৈছে। বাইটিৰপৰাই সকলো বুজ লগৈ। দাইটিয়েৰক লগ কৰিব নালাগে। তোক দেখিলে মানুহটোৱে আৰু বেজাৰ পাব। যা বোপাই সোনকালে।

মহেন ক্ষন্তেকো নৰ'ল। মিঠাইৰ টোপোলাটো টেবুলতে থৈ সি ঘৰলৈ চাপলি মেলিলে। মাকৰপৰা সকলো বৃত্তান্ত শুনি, মহেন ঘৰতো নৰ'ল। হৰেণক বিচাৰি, আক্-তাক্ সুধি, 'ডিমৌ গণ-সংগ্ৰাম' অফিছ পালেগৈ। তাত সি গম পালে যে, হৰেণ প্ৰচাৰৰ কামত গাঁৱলৈ গৈছে, এটা দলৰ লগত। তেতিয়া মহেনে 'ছাত্ৰ-সন্থা' আৰু 'গণ সংগ্ৰাম'ৰ যি কেইজনক পালে তেওঁলোককেই সমস্ত ঘটনা ক'লে। সৰুটি গবিয়াৰ ঘৰখনৰ লগত তাহাঁতৰ সম্পৰ্কৰ ওপৰত হৰেণৰ আচৰণে কুঠাৰাঘাত কৰিছে। "সি দুই-এদিনৰ ভিতৰতে সৰুটি দাইটিৰ ওচৰত যদি ক্ষমা নুখুজে, তেন্তে মই তাৰ ওপৰত 'এক্সন্' লম। এনে দায়িত্বহীন মন্তব্য কৰাৰ কাৰণে তোমালোকেও তাৰ ওপৰত 'এক্সন'

লোৱা উচিত।” ল’ৰাহঁতে তাক আশ্বাস দি ক’লে, “দাদা, আপুনি চিন্তা নকৰিব, আমি হবেণক বিচৰাই আনি সকলো ঠিক কৰিম। আমাৰ কাৰণেও ই এটা দায়িত্বপূর্ণ কাম হৈ পৰিছে, আমি কৰিবই লাগিব। ল’ৰাহঁতক দায়িত্ব দি মহেন পুনৰ শিৱসাগৰলৈ গ’লগৈ।

* * * *

কনকা আহি কথাটো গম পাই, সৰুমইনাক শাও-শপনি দি খণ্ডত গুচি যোৱা বুলি শুনি, সৰুটিৰ আকৌ অশান্তি বাঢ়িল। চেপনৰ মিটিং খনত কথাবোৰ শুনাৰ পাচত, লগতে ছোৱালীহঁতৰ ‘জয আই অসম’ অসম মৰিলে—আমিও মৰিম,’ শ্লোগান দিয়াৰ বাবেই নেকি সৰুটিৰ মনৰপৰা ‘হিন্দু-বিদ্বেষী’ ভাৱটো বহুখিনি কমি গৈছিল। সেই কাৰণেই সি চিৰদিন আপোন ভাবি অহা, কনকা বৰমইনা-সৰুমইনাৰ কথা পুনৰ ভাবিবলৈ বাধ্য হ’ল। এই কেইদিন সি যিটো ঠেঁহ ধৰিছে তাৰ প্ৰতিক্ৰিয়া কনকাৰ ওপৰত বাৰুকৈয়ে পৰিছে, তাৰ পাচতো হয়তো সৰুমইনা-বৰমইনাৰ ওপৰত পৰিবগৈ। ইয়াৰ পৰিণাম যদি পৰিয়ালটোলৈ অশুভ হয়, তাৰ গুনাহ নহবনে?—এই ভাৱত সৰুটি গৰিযাৰ মন ভাৰাক্ৰান্ত হৈ পৰিল। সৰুটিয়ে আদিৰেপৰা অন্তলৈকে কথাবোৰ বিশ্লেষণ কৰি চালে। “কনকা বৌক যোগধৰ কাইটিলৈ, নন্দহঁতৰ লগত জেদ কৰি, পলুৱাই অনাৰ গুৰিতে ময়েই আছিলোঁ। বৌৰ হাতৰ প্ৰথম জলপানটো খাই, প্ৰথম গামোছাখন লৈ কচম্ খাইছিলোঁ টানে আপদে নেৰিম বুলি। যোগ কাইটিৰ ইন্তেকাল হ’ল, —আল্লাই তেওঁৰ আত্মাৰ সদগতি দিয়ক। কিন্তু মইতো তেওঁৰ মৃত্যু শয্যাৰ কাষত কচম্ খাইছিলোঁ, বিধবা বৌ আৰু ল’ৰাকিটাক চাম বুলি! এতিয়া মই সেইখন ঘৰৰ লগত সম্পৰ্ক ছেদ কৰিছোঁ, মোৰ কচমৰ কি গতি হব? হিন্দুৰ ওচৰত গৰিয়াই কৰা কচম নাৰাখিলেও একো গুনাহ কাম বুলি যদি কোনোবা পাষণ্ড শাস্ত্ৰত আছে, তথাপিতো মোৰ

গুনাহ্ হবই, কাৰণ মই কচম খাওঁতে, যোগ কাইটি-কনকা বৌ হিন্দু-মই গৰিয়া এনে ভবা নাছিলোঁ। নিজৰ ককাই বৌৰ দৰেহে ভাবিছিলোঁ। মোৰ ওপৰতো যোগ কাইটিয়ে নিজৰ ভায়েকৰ দৰে আস্থা ৰাখিহে পৰম শান্তিত মৰিব পাৰিলে।

সকমইনানো কেইদিনৰ ল'ৰা? দেশদ্ৰোহী কিছুমান গৰিয়াৰ কাণ্ড-কাৰখানা দেখি, মোৰ ওপৰতো যেনিবা বিশ্বাস নাই বুলি ক'লেই তাতেনো ইমান ডাঙৰ অপৰাধ হ'লনে? চোৰক চোৰ বুলিলেহে খং কৰে, সাধুক চোৰ বুলিলে খং কৰা উচিতনে? সকমইনাই 'বিশ্বাস নাই' বুলি কওঁতে মোৰ খং উঠিল কিয়? তাৰ মানে সঁচাই মোৰ বিশ্বাস নাইনেকি? সি কিজানি কথাৰ মূৰত ধেমালিতে কলে? সেইটোও জানো মই বিচাৰ কৰি চালোঁ? নিজৰ ল'ৰা হোৱা হলে এনেকৈ এৰিব পাৰিলোঁহেঁতেননে? ইমান সৰু কথা এটাত লাগি তাহাঁতৰ লগত সম্পৰ্ক ছেদ কৰিব পাৰিছো যেতিয়া ময়ো প্ৰকৃততে সিহঁতক আপোন বুলি ভবা নাছিলো।। সেইটোও জানো এটা বিশ্বাস নাইকিয়া কামৰ দৰে নহ'ল?

বৰমইনাই কামত সোমোৱাৰপৰা মোৰ ঘৰখনৰ কাৰণে যিখিনি কৰিছে নিজৰ ভতিজা এটাই জানো সিমানখিনি কৰিলেহেঁতেন? এটা হালোৱা চাকৰ ধৰি দিছে, বিছৰে-ঈদে আটাইকিটাৰ কাৰণে ছোলা কাপোৰ আনেই, 'মিস্ত্ৰি কাম কৰিলে বুঢ়া দেহত দাইটিয়ে দুখ পাব' বুলি খুৰীটিয়েকৰ হতুৱাই কৰত, ৰাণ্ডাবোৰ বেচোৱালে। হাচিনা আৰু বিনীৰ হাতত পা-পইছা দিয়েই থাকে। হালোৱাটো খেদাই দিয়াটো জানো ভাল কথা হ'ল? সকমইনাইনো কি সংসাৰৰ আও ভাও বুজে? সি যদি বেয়া কাম কৰিছেই, মাক আৰু ককায়েকক 'ৰিপ'ৰ্ট কৰাটোহে উচিত আছিল। তাকে নকৰি এটা অবুজন শিশুৰ দৰে ঠেহ পাতি আছোঁ।—এইদৰে কথাবোৰ দৰিয়াপ কৰি সকটি গৰিয়াই নিজৰ গাতে বোল অনা দোষ দেখিলে। নিশা-নিশাটো সি ইচাট্-বিচাট্ কৰিয়েই কটালে।

*　　　*　　　*

পিচদিনা আবেলি পৰত সকটিয়ে এবাল দিয়া গৰু-গাই কিটাক পানী খুৱাই, খুটি লবাই-মেলি ঘৰ সোমাইছিলহি, এনেতে পদূলিত এখন জীপ-গাড়ী আহি ৰ'লহি। গাড়ীৰপৰা কনকা, সকমইনা আৰু পাঁচ-ছজন মান অচিনাক ল'ৰা নামি তাৰ ঘৰলৈ সোমাই অহা দেখি, বহিবলৈ ঢাৰি পীৰা যোগাৰ কৰাৰ লগে লগে হাচিনা আৰু বিনীতাক আলহী অহাৰ জাননী দিলে।

হৰেণৰ লগত যোৱা ল'ৰা কেইজন ছাত্ৰ-সন্থাৰ বিশিষ্ট সভ্য। সেইওঁলোকে প্ৰথমতে হৰেণহঁতৰ ঘৰলৈ গৈ তাতে গাঁৱঁৰ নিয়মেৰে, তামোল-পাণৰ শৰাই পাঁচ টকা মাননী সহ, মাক কনকাক লগত লৈ সকটিৰ ঘৰ পাইছিলহি।

আটাইবোৰ বহাৰ পাচত কনকা ভিতৰলৈ গৈ বটা এটা আনি ল'ৰা এজনৰ হাতত দিলেহি। তাৰ পাচত ঢৰা এখন পাৰি সকটিক ক'লে, "দাইটিয়েক বহাছোঁ ইয়াতে।" সকটি কিছু বিব্ৰত হোৱা যেন দেখি এজনে ক'লে "দাইটিযে আমাক চিনি পোৱা নাই নহয়? কোনো কথা নাই, আমি হৰেণৰ লগৰে আপোনাৰেই ভতিজাকহঁত। হৰেণে আপোনৰ ওচৰত জানি বা নাজানি অপৰাধ লগালে, তাক ক্ষমা কৰিব লাগে, আমিয়ো ছাত্ৰ সন্থাৰ হৈ ক্ষমা বিচাৰিছো। আহ হৰেণ!"

ল'ৰাজনৰ নিৰ্দেশ মতে হৰেণে, গুৱা পাণৰ শৰাইখন সকটিৰ ফালে আগবঢ়াই দি, ভৰিত পৰিব খোজোতেই, সকটিয়ে তাক খাপ মাৰি ধৰি বুকুলৈ চপাই ললে। আবেগত সকটিৰ চকুপানীয়ে বাট নেদেখা হ'ল। হৰেণৰো দুগালে দুধাৰি চকুলো বৈ গ'ল।

অন্ত